মহাভাৰতৰ বন পৰ্ব্বৰ অন্তৰ্গত

দ্ৰৌপদী কৰ্ত্তৃক

# কালকুঞ্জ ও শোষক বধ

সংগ্ৰাহক ও প্ৰকাশক

গুইয়া সত্ৰৰ

শ্ৰীকৃষ্ণদেৱ গোস্বামী।

সঃ মঃ স্কুলৰ হেড্ পণ্ডিত

বৰবৰী সত্ৰ

শ্ৰীহৰিবংশচন্দ্ৰ দেৱ গোস্বামী

হেড্ পণ্ডিত

মুল্য ১৲ এক টকা মাত্ৰ।

# পাতনি

এই পুথিখনি গুইয়া সত্ৰৰ শ্ৰীযুক্ত কৃষ্ণদেৱ গোস্বামায়ে তেখেতৰ গাওৰ শ্ৰীবাঞ্চিৰাম কেওটৰ ঘৰত পাই, কিন্তু পুথিখনিৰ আগাগোৰা বহুত পাত নষ্ট হোৱাত সুবিধা কৰিব নোৱাৰি ১২৮ পদৰ পৰা ৫০৮ পদত অন্ত কৰি পুাথখনি লিখি মোক, চপাবলৈ দিয়ে। মোৰ মনৰ আশঙ্কা জন্মি এই পুথিখনি কত পাই বহুত বিচাৰ কৰি ওচৰৰ এজন মানুহৰ ঘৰত ওপৰৰ কেইটামান পাত পোৱা হল। কিন্তু সেই পাতবোৰো পোকে খাই চিৰাচিৰ কৰা আছিল, ২।৩ জনে মীমাংসা কৰি ওপৰৰ ১ কৰ পৰ ১২৭ পদ পুৰাই চপা কৰা হল। বহুতদিন আগৰে পৰা চপা কৰাৰ মত কৰি এটা কপি লিখি ডিব্ৰুগৰৰ শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য্য মহাশয়ক সংশোধন কৰিব দিয়া হৈছিল। দুৰ্ভাগ্য বশতঃ তেখেতৰ হাতত কপিটো নষ্ট হোৱা বুলি লেখিলে। তাৰ পিচত ১৩৩৩ চনত মোৰ গৃহস্থি একেবাৰে লোপ পায়, সেই ঘটনা মোৰ প্ৰকাশিতগনক চৰিত বোলা পুথিত লিখা আছে। এতিয়া অল্প মনক শান্তিদি উক্ত গোস্বামীয়ে সৈতে এই কামত আগবঢ়া হল। পাঠক সকলে আসামৰ লোপ পোৱা সম্পত্তি এটা উদ্ধাৰ হল বুলি বিবেচনা কৰি একোখনি নি পাঠ কৰিলে আমাৰ যত্ন ও পৰিশ্ৰম সাফল হোৱা বুলি বিবেচনা কৰা হব।

প্ৰকাশক—

শ্ৰীহৰিশ্চন্দ্ৰ




শ্ৰীকৃষ্ণায় নমঃ

বেদে ৰামায়ণে চৈব পুৰাণে ভাৰতে তথা
আদি মধ্য বসানেষু হৰিঃ সৰ্ব্বত্ৰ গীয়তে
নাৰায়ণং নমস্কৃত্যং নৰঞ্চৈৱ নৰোত্তমং
দেবীসৰস্বতী ব্যাসং ততোজয় মুদিৰয়েৎ

পদ

বৈশাম্পায়ন বদতি শুনিয়ো নৃপবৰ ॥
আৰ কিছো কহিবোহো কথা পাণ্ডৱৰ ॥
মহাঋষি ব্যাসৰ নিশৃক গুপ্য কথা ।
পাপ দূৰ হয় আক শুনিলে সৰ্ব্বদা ॥১
মহন্তৰ চৰিত্ৰ পৰম সুখকৰ ।
সংসাৰৰ দুখ তাপ হৰে নিৰন্তৰ ॥
যতেক শুনোহো মানে, তৃপিতি বাঢ়য়
সাবশেষে কহিয়োক আমাত বুজায় ॥
মোৰ দেহা পাপ ব্যাধি জৰি কৃত ভৈলা ।
ইহাক শ্ৰবণে মোৰ দুখ দূৰ গৈলা ॥
তিনি তাপ গুছে নষ্ট হয় ভৱ ৰোগ ।
এতেকে ইহাক আৰে শুনিবাক যোগ ॥৩

এহিবুলি মৌন ভৈলা ৰাজা জন্মেজয় ।
শুনি মুনি মহা প্ৰেমে প্ৰশংসা কৰয় ॥
ধন্য পাণ্ডুবংশে ৰাজা ভৈলা উত্তপতি ।
ধন্য ধন্য পৰীক্ষিত ৰাজাৰ সন্ততি ॥৪
মহাঋষি ব্যাসে মোক পঢ়ায়া আচয় ।
সমস্তে কহিবো ৰাজা তোমাত নিশ্চয় ॥
সমস্ত লোকৰ শুনি মুকুতি মিলোক ।
লোকক কৃপায়ে প্ৰভু শিখাইলন্ত মোক ॥৫
কৃষ্ণক স্মৰিয়া প্ৰেমে গদ্ গদ্ কৰি ।
ব্যাসৰ চৰণ দুই হৃদয়ত ধৰি ॥
কহিবে লাগিলা কথা আতি বিতোপন ।
পাণ্ডবৰ কথা আতি চৰিত্ৰ শোভন ॥৬
মহাৰুচি কৰ কৃষ্ণ চৰিত্ৰ সহিত ।
তাত মহাজনৰ আচয় কথা মৃত ॥
শুনা পাচ কথা নৃপবৰ মহাশয় ।
পাচৰ কাহিনি আবে কহিবো নিশ্চয় ॥৭
এহিমতে যুধিষ্ঠিৰ ৰাজা মহা মতি।
যাতায়াত কৰি থাকে সহৰিস অতি ।
চাৰি ভাইসহ আৰ দ্ৰোপদ জীয়াৰী ।
দাস দাসী সঙ্গে সবে আছে ৰঙ্গ কৰি ॥৮

একদিন মহাৰাজ কুন্তীৰ তনয়।
ভীমক সম্বোধি হেন বচন বোলয়।
শুনা বৃকোদৰ মোৰ বাক্য মনে ধৰ।
পুণ্য থান ভবৰ্ণব বন, মুখ্যন্তৰ ॥৯
দুখ সুখ আত লভি আছো যত যত।
তাক নমানোহো ধৰ্ম্ম হৈ আছে বেকত ॥
কিন্তু পুন্য, থান মহন্তক দৰশন।
ইহাক মানোহো বাপু পৰম, শোভন ॥১০
মহামুনি আস্তিক বৈষ্ণব শ্ৰেষ্ঠত্তৰ।
তাক দৰিশন হৈবে লাগয় সত্তৰ ॥
কিমতে তাহাক আমি দেখিবাক পাও।
কিবা বুদ্ধি আছে বাপু তোমাত বিনাও ॥১১
জলৰ, ভিতৰে, আছে ব্ৰহ্মক সমাধি।
কিমতে আনিব পাৰি ব্ৰহ্মতত্ত্ব বাধি ॥
বৈশম্পায়ন বদতি শুনিয়ো নৃপবৰ।
হেন শুনি ভীমবীৰে দিলেক উত্তৰ ॥১২
শুনা মহাৰাজ ধৰ্ম্মময় কলেবৰ।
ইহাৰ উপায় আবে কৰিবো সত্তৰ ॥
মাতিলন্ত দুই গোট নাগৰ দূতক।
শীঘ্ৰে যাই আনা আবে পুণ্ডৰি নাগক ॥

বহুদিন হৈলা আত দূতশ মিলিব।
আমাৰ কাহিনি সবে ৰাজাত কহিব ॥১৩
সত্বৰে আসিওক নকৰি অবিলম্ব।
আমি আত থাকিবাক নাহিকে বিলম্ব ॥
চল চল কৰি বীৰে আদেশ কৰিলা।
ৰাজাক প্ৰণামি দূত গমন কৰিলা ॥১৪
কতিপয় দিনে যাই মণি দ্বীপ পাইলা।
ভীমৰ কাহিনি পুণ্ডাৰকাত জনাইলা॥
শুনি পুণ্ডৰিকে যাই ৰাজাত কহিলা।
চলিবাক ৰাজা তাক তথাকে বুলিলা ॥১৫
বায়ুবেগে আসি পাছে ভবৰ্ণব পাইলা।
ৰাজাক নমিয়া এক পাশ হুয়া ৰৈলা।
অবনত ভাবে আছে পৰ্ব্বত আকাৰ।
মনুষ্যে দেখিলে আতি ভয়ে চমৎকাৰ ॥১
মনত বোলন্ত ৰাজা কিনো নাগ গোট।
সুৰাসুৰ লোকত লগাইবে পাৰে চোট।
নজানো তাক কোন বিধাতা গঢ়িলা।
হেনয় শৰীৰ গোট বিচিত্ৰ কৰিলা ॥১৭
সহস্ৰেক ফণা মণি প্ৰকাশ কৰয়।
ৰবিৰ কিৰণ যেন চাহন নজায়॥

গাত্রৰ দৃপিতি চিত্র বিচিত্র কৰিলা।
ৰত্নময় হীৰা মণি বাখৰে গঢ়িলা ॥১৮
পৃথিৱী ভিতৰে যত ৰূপসি আচয়।
সবাহাতে চাৰ ইটো মোৰ মনে লয় ॥
হাজাৰেক মুখে কাল বিশ বহে চানি।
প্ৰচণ্ড প্ৰতাপ আৰ মনক নজানি ॥১৯
তৰঙ্গিণী জিনি চক্ষু চাহন নজায়।
মুহুৰ্ত্তেকে মাৰিলেক আমাৰ চাৰি ভায় ॥
কালৰ মায়াক কোনে বুজিবাক পাৰে।
সিও বৈশ্য ভৈলা আবে আমা সবাকাৰে ॥২০
যেন মেৰু পৰ্ব্বত ৰহিয়া আছে এথা।
আজিকক আনিবাক কহিবোহো কথা ॥
এহিমনে শুনি ৰাজা মাত্তিবে লাগিলা।
অবনত ভাবে চাৰি ভাতৃও শুনিলা ॥২১
বদতি নৃপতি পুণ্ডৰীক নাগ ৰাজ।
তোমাক আনিয়া আছো শুনা যিবা কাজ ॥
আমি বনবাসী ফল মুলেসে আহাৰ।
মহাসুখে আছো আবে প্ৰসাদে তোমাৰ ॥২২
যেন আপুনাৰ ৰাজ্য কৰিছো নিবাস।
ইটো কথা আমাৰ নাহিকে কিছু ত্ৰাস ॥

ইটো ভবার্ণব বনে আসিলো যি কালত ।
স্নান কৰি আসো গৈয়া আস্তিক হ্রদত ॥২৩
হেন মনে আসিয়া ৰহিলো এই বনে।
ইটো সৰোবৰ জলে কৰিবোহে স্নানে ॥
অক্ষয় ভৈলেক তনু আৰ জল পানে ॥
গুচিল সকল ক্লেশ আছে যত মানে ॥২৪
মহাঋষি আস্তিকক দেখিবাক প্রতি ।
বৰ আসা আছে তাক আনি ওক মাতি ॥
ব্রহ্মময় মুনি তেওঁ ধ্যানত নিৰত !
যেনে তেনে মিলাওক আমাৰ আগত ॥২৫
এহিবুলি মৌন ভৈলা যুধিষ্ঠিৰ ৰায় ।
বুলিলন্ত পুন্দৰীকে অবনত কায় ॥
দেৱৰ আজ্ঞাক যত পাৰি বুদ্ধিবলে ।
কৰিবোহো আমি আক জানিবা কেবলে ॥২৬
সহস্র হাতৰ জল মাজত আশ্রম ।
আচন্ত আস্তিক কৰি ব্রহ্মক নিয়ম ॥
সমাধি ভাঙ্গিলে তেবে চাপিব ওচৰ ।
তেবেসে কহিব পাৰি তোমাৰ গোচৰ ॥২৭
ৰবিষেক, মানে যেবে সমাধি নেভাগে ।
তেবে কোন জন থাকিবন্ত তাৰ আগে ॥

এহি বুলি ৰাজাক নমিলন্ত ভূমি চুই।
যেন মেৰু পৰ্ব্বত চলিলা বজ্ৰ ছুই ॥২৮
কত ক্ষণে হ্ৰদৰ সন্নিত চাপিলেক
পাৰত উঠিয়া গাত্ৰ গোট চালিলেক ॥
হাজাৰেক ফণা মণি ওপৰক তুলি।
জাপ দিব মনে আছে চাহিয়া সমুলি ॥২৯
আকাশত দেৱগণে চাহিয়া আচয়।
পুণ্ডৰীক নাগে হ্ৰদ উবাৰ কৰয় ॥
মহাবেগে লেজ গোট ওপৰে, ডাঙ্গিয়া।
ফোকাৰ তেজিয়া আলাসিয়া, লাম্ফ দিয়া ॥৩০
হ্ৰদৰ মাজত পৰিলেক মহা বলী।
পৰ্ব্বত আকাৰ ঢৌ উঠিলা আফালি ॥
কসতি বান্ধিছে, তাৰ, পাৰ বহুতৰ।
তাহাৰ আণ্ডোলে জল গৈলা নিৰন্তৰ ॥৩১
দিলা বুৰ বেগে লাঞ্জ কৰি এক ঠাই।
নিমিশেকে গৈয়া আস্তিকৰ ঠান পাই ॥
ঋষিয়ে বোলয় শুনিয়োক জন্মেজয়।
বৈষ্ণৱৰ কোন থানে অসাধ্য আচয় ॥৩২
কতকালে জান যানো সমাধি ভাগয়।
পাণ্ডৱৰ ভাগ্য হেতু হ্ৰদত আচয়।

আগবাঢ়ি পুণ্ডৰিকে সমিপ চাপিলা।
দেখি ঋষিৰাজে তাক বচন বুলিলা ॥৩৩
চাপি আস নাগৰাজ নকৰা সংশয় ।
কৈও প্ৰয়োজন আবে আমাত নিশ্চয় ॥
অবনত ভাবে নমিলন্ত নাগৰাজ ।
কহিবে লাগিলা নিজ প্ৰয়োজন কাজ ॥৩৪
মহামুনি ব্যাসৰ তনয় তিনিজন ।
ধৃতৰাষ্ট পাণ্ডু যে বিদুৰ তপোধন ।
হস্তিনা পুৰত ৰাজা ধৃতৰাষ্ট ভৈলা।
অন্ধৰাজ একশত পুত্ৰ জন্মাইলা ॥৩৫
শ্ৰেষ্ঠ ভৈলা তান নাম থৈলা দুৰ্য্যোধন ।
তাক পাতিলন্ত ৰাজা দুষ্ট মুন্ত্ৰীগণ ॥
ইন্দ্ৰ পন্থ স্থানে পাণ্ডু ৰাজা মহামতি ।
পঞ্চগুটি পুত্ৰ ভৈলা তাহাৰ সন্ততি ॥৩৬
যুধিষ্ঠিৰ, ভীম যেণ, নকুল, সহদেৱ ।
ধনঞ্জয় আৰ তাৰ সম নাহি কেৱ ॥
দৈববসে পাণ্ডুৰাজা পৰলোকে গৈলা ।
পঞ্চগুটি পুত্ৰ তাৰ চেৰগুিয়া ভৈলা ॥৩৭
জ্যেষ্ঠ, যুধিষ্ঠিৰক পাতিলা মহী পতি ।
আছে মহাশাস্তি সতী দ্ৰোপদ দুহিতী ॥

অযোণী সম্ভবা কন্যা যজ্ঞ মণ্ডপত।
মহা সুচৰিত্ৰ নাৰী তাহাৰ গৃহত ॥৩৮
দুৰ্য্যোধন দ্বেস্ত কৰে পঞ্চ পাণ্ডৱক।
কুট পাশা সাজি পাছে পঠাইলা বনক ॥
অনন্তৰে ভবাৰ্ণব বনক আসিলা।
এত আসি বহুতৰ বিপদ মিলিলা ॥৩৯
তাহাৰ মধ্যম ভ্ৰাতৃ ভীমক মাৰাত।
নাগৰাজা দুহিত্ৰিক দিলন্ত তাহাত ॥
দশধানী নামে এক নগৰ পাতিলা।
নাগ সেনা দিয়া সেহি কন্যা পাছে থৈলা ॥৪০
যুধিষ্ঠিৰ ৰাজা তেও আসাত মজিলা।
তোমাক নিবাক লাগি আমাক বুলিলা ॥
এতিক্ষণে গুৰু বাপ যাইবাক লাগয়।
তেবে সবাহাৰ জানো মন পুৰ হয় ॥৪১
শুনি ঋষি মনে পাছে বিমৰ্ষ পাইলা।
আমাসাৰ কাৰ্য্য আসি সন্নিক্ত চাপিলা ॥
এহি বুলি মুনি পাছে উঠিলা সত্বৰ।
দণ্ড চাৰিমানে ভৈলা জলৰ ওপৰ।৪২
জ্ঞান তেজে যেবে ধৰশিল কদ্ৰু পুৰ।
পুণ্ডৰীক নাগ আসি পাইলা কদ্ৰুপুৰ ॥

চাৰি ভ্ৰাতৃ সমে যুধিষ্ঠিৰ মহীপাল।
ধুপ দ্বীপ ধৰি পাছে বজাইলা সকল ॥৪৩
অনন্তৰে তাঁৰত উঠিলা মুনিবৰ।
চাৰি ভাই সমে ৰাজা চাপিলা ওছৰ।
দিব্য কুশাসনে ঋষি বসিলন্ত পাচে।
ধুপ দ্বীপ নৈবেদ্যে নৃপতি পূজি আছে ॥৪৪
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰ সুন্দৰ।
সকলো গাৱত শুক্ল লোম মনোহৰ ॥
ষোড়স বছৰ যেন তৰুণ শৰীৰ।
মহা ধৃতি মন্ত আতি গহিন গম্ভীৰ ॥৪৫
জতাৰ ওপৰে যেন অগণি জ্বলয়।
সুন্দৰ বদন পূৰ্ণ চন্দ্ৰমা পৰায় ॥
তিনি যুগে ভৈলা যেন সোৰস বছৰ।
ফুলি ফুলি আছে যেন ডাবি নিৰন্তৰ ॥৪৬
কণ্ঠিত কপিন কন্ধে অজিন উত্তৰী।
তুলসি ৰুদ্ৰাক্ষ মালা গলে আছে ধৰি ॥
অক্ষ মালা জপ কৰি ব্ৰহ্মক ধিয়ান্ত।
যাত যাত কৰি গাৱে অগণি বজান্ত ॥৪৭
চাহিবে নপাৰি চক্ষু তিৰবিৰ কৰে।
চাৰি ভাই সমে চাহি আছে নৃপবৰে ॥

ঢৌত বৰ্ণ দান্ত ঘনে হাসন্ত প্ৰকতি ।
হাসিতে বজায় অগণিৰ ফিৰং গুটি ॥৪৮
হেন ভাবে দেখি পাচে ৰাজা যুধিষ্ঠিৰ ।
শিহৰি শৰীৰ ৰহিলন্ত মহাবীৰ ॥
বৈশম্পায়ন বদতি শুনিও জন্মেজয় ।
ৰাজাক সাদৰি মুনি বুলিলন্ত তয় ॥৪৯
শুনা মহাৰাজ ধৰ্ম্মপাল মহাশয় ।
মহাধৰ্ম্মি তোমাসব দেৱৰ তনয় ॥
নুহি নুহি তোমাসব পাণ্ডুৰ তনয় ।
ভৈলা কলিযুগ আসি জানিলোহো ময় ॥৫০
কুন্তীকলা নামে অপেশ্বৰা আছিলন্ত ।
কাৰণে আসিয়া তেওঁ মনুষ্য ভৈলন্ত ॥
পাঞ্চদেৱ হস্তে পাঞ্চজন উপগত ।
দ্ৰোপদ ৰাজাৰ ঘৰে যজ্ঞ লণ্ডপত ॥৫২
যজ্ঞসেনী নামে মহামায়া বেক্ত ভৈলা ।
এতেকেসে পাঞ্চজনে তাক বিহাইলা ॥
আৰু এক কথা কহো শুনা যুধিষ্ঠিৰ ।
দুৰ্য্যোধন লগে আছে তোৰ এক বীৰ ॥৫৩
তাৰ সম ধনুৰ্দ্ধৰ পৰাক্ৰমি নাই ।
পৃথিবীৰ বহুভাৰ হৈয়াছে জণ্টাই ॥

আৰ এক কথা পোছো শুনা ধৰ্ম্মমতি ।
কলিযুগে অবতাৰ কৃষ্ণৰ সম্পতি ॥৫৪
হৈছেকি নতো হোৱে কহিওক আক ।
যুধিষ্ঠিৰে বোলে দেৱ শুনিয়োক তাক ॥
নংৰূপে নাৰায়ণ মথুৰাত যাই ।
হৰিবাক আছে ভাৰ উপজি কলাই ॥৫৫
হেন শুনি মুনি বৰে নয়ন মুদিলা ।
পূৰ্ণ ব্ৰহ্ম হৰিভাৰ গুহাবে আসিলা ॥
তুহি মুহি আন পূৰ্ণ ব্ৰহ্ম যে নিশ্চয় ।
ভকতৰ পদে তেন্তে মুৰ্ত্তিক ধৰয় ॥ ৫৬
পৃথিবীৰ ভাৰ হৰি হুয়া অবতাৰ ।
মহা দুখ বিনা শিবে সবে জগতৰ ॥
যত দত্য দানবক কৰি বুন্দামাৰ ।
দুস্ত ৰাজাগণকে সংহৰিবাৰ স্বাৰ ॥ ৫৭
যদুবংশ বিভুষণ সাগৰ মধ্যত ।
পাতিছে নগৰ আতি আনন্দ মনত ॥
পৃথিবী স্বৰ্গত যত আছে ভোগ মানে ॥
তাহাতে মিলায়ে আতি ক্ষেমসনাতনে ॥ ৫৮
তোৰ প্ৰাণজনক যে পঠাইলা বনে ।
বনৰ ভাৰক শুচাইবাৰ প্ৰভু মনে ॥

যত দৈত্য-দানব বনত আছে আৰ।
তুমি সবে তাহাক কৰিবা বুন্দামাৰ ॥ ৫৯
নুহি নুহি তোমাৰ যে বনক গমন।
ঈশ্বৰৰ ইচ্ছা তেসে আছা ইটো স্থান ॥
ঘোৰ যুদ্ধ মিলিবেক বনতে তোমাৰ।
ৰাক্ষস দানব মানে মাৰিবা অপাৰ ॥ ৬০
ব্ৰহ্মা আদি দেৱগণে অভিনন্দা কৰি।
মাৰাইবে ৰাক্ষস সবে তোমাক সাদৰি ॥
বাৰাও, বছৰ মানে ভ্ৰমিবা বনক।
বনৰ ভাৰক আক গুচাইবা সবাক ॥ ৬১
পাচে পাতালত গৈয়া দৈত্য সোনাচয়।
নিগুটি কৰিয়া তাক হইবাহা বিজয় ॥
এহি মতে বনৰ গুচাইবা যত ভাৰ।
অভয় কাৰণে তোমাসাৰ অবতাৰ ॥ ৬২
সেকালে ৰণত মাৰিবাহা ৰাজাচয়।
অজ্ঞাত বছৰ আৰ ৰক্ষিবা নিশ্চয় ॥
বনবাস মুকুত হৈবাহা পঞ্চ ভাই।
ৰাজাগণ কুৰুবল মাৰিবা সিঠাই ॥ ৬৩
পাছে যুধিষ্ঠিৰ তুমি হৈবা মহা ৰাজা।
খণ্ডিবে দুৰ্গতি সৱে পালিবাহা প্ৰজা ॥

এহি বুলি মুনি পাচে ধৰ্মকি কহিলা।
ভৱিষ্যন্ত কথা আৰু কিচু নকহিলা ॥ ৬৪
পাচকথা কহিলে মনত পাইব দুখ।
পাচে মুনিবৰে কিচু সঙ্কো ছিলা মুখ ॥
বৈশপায়ন বদন্তি শুনিও নৃপবৰ।
আচয্য মহিমা শুনি মুণি আস্তিকৰ ॥ ৬৫
পাণ্ডু ভাই গাৱে গাৱে প্ৰণাম কৰিলা।
যত দুখ ক্লেশ যানে সমস্তে গুছিলা ॥
দ্ৰোপদীও নমিলন্ত ঋষিৰ চৰণ।
পাণ্ডুপতি সমে চিৰজীৱ বুলি কন ॥ ৬৬
যুধিষ্ঠিৰে বোলে দেৱ তোমাক দেখিলো।
আমাৰ মনুষ্য দেহা সাফল কৰিলো ॥
ব্ৰহ্মা আদি দেৱগণে নেদেখে তোমাক।
হেনয় মুনিয়ে দেখা দিলাহা আমাক ॥ ৬৭
কিন্তু আৰে পোছো আমি তোমাক সম্প্ৰতি।
কি কাৰণে ইঠানত আছা মহামতি ॥
শুনি মুণি বোলন্ত নেশোধা ইটো কাজ।
তোমাসাৰ কাষ নেসে আছো মহাৰাজ ॥৬৮
আৰ নসুধিলে ৰাজা মুণি নকহিলা।
বৰ লোৱা বুলি পাছে তাক প্ৰবোধিলা ॥

ৰাজায়ে বোলন্ত যদি মোক দিবা বৰ।
নচাৰোক মতি সদা কৃষ্ণ চৰণৰ ॥৬৯
স্মৰণ মাত্ৰকে যেন লগন্তে মিলয়।
কৃষ্ণয়ে নেৰয় যেন সদায় হৃদয় ॥
চাৰি গুটি ভাতৃ আৰ দ্ৰোপদ নন্দিনী
কুশলে ৰহোক যেন নপায় বিঘিনি ॥ ৭০
এহি বৰ সিদ্ধি হৈব লভিবা কৃষ্ণক
খন্তে কতো হৰিয়ে নেৰন্ত ভকটক ॥
কিন্তু তেও ভকতিৰ বশ্য নিৰন্তৰ।
এতেকে সে সিদ্ধি হৌক তবু নিজবৰ ॥ ৭১
অনন্তৰে মুনিবৰ মৌন হুয়া বৈলা।
যাইবাক লাগিয়া তাৰ মন আসি ভৈলা ॥
সবাহাৰ আগত ভৈলন্ত অন্তৰ্ধ্যান।
নাহি কয় মুনি তেবে ভৈলা সুধাথান ॥ ৭২
অচিন্ত প্ৰভাব মুণি ব্ৰহ্ম এৰে সবি।
যুধিষ্ঠিৰ ৰাজা সুমৰন্ত হৰি হৰি ॥
পুণ্ডৰিকা নাগক মাত্তিলা মহাৰাজ।
তোমাৰ প্ৰাসাদে সবে সিদ্ধি ভৈলা কাজ ॥ ৭৩
হেন মহা ব্ৰহ্মময় মুণিকেহো নাই।
পৰম ভাগ্য সে আক দেখিয়াক পাই

এহিমতে মনে আনো অভিনন্দা কৰি।
গৃহক লবিলা পাছে ৰামকৃষ্ণ স্মৰি ॥৭৪
বৈশান পায়ন বদতি শুনিও নৃপবৰ।
সবে মন পুৰ ভৈলা পাঞ্চ পাণ্ডবৰ ॥
কৃষ্ণক লভিয়া মহন্তক দৰশন।
শুমৰি শুমৰি পাণ্ডবৰ ৰঙ্গ মন ॥ ৭৫
গৃহে গৈয়া যুধিষ্ঠিৰ নৃপতি বসিলা।
চাৰি বীৰে পুণ্ডৰিকে কাবৰি ৰহিলা ॥
অনন্তৰে কুন্তিস্নুতে পুণ্ডৰিক চাই।
কহিবে লাগিলা কথা মনে অবগায় ॥৭৬
শুনা নাগৰাজা আৰে আমাৰ বচন।
সকলো প্রকাৰে সিজিলেক প্রয়োজন ॥
কতকাল আছো আমি তোমাৰ ঠানত।
মহাভাগ্য কৰি আয়ে আছো যেন মত ॥৭৭
কিন্তু বনবাসীৰ নুহিকে ইটো কাজ।
নিৰন্তৰ ফুৰিবে লাগয় বন মাজ ॥
ফল মুল আহাৰ কৰিবে নিৰন্তৰ।
গৃহৰ সুখক এৰি হৈবে বনচৰ ॥৭৮
সমস্তে-তীর্থত ফুৰি কৰিবেক স্নান।
মনে অভিমানে, কিছু নকৰিবে আন ॥

ৰৌদ্ৰ বৰিশণ বতাহক সহিবেক ।
মহন্তক দৰশণ সদায় হৈবেক ॥৭৯
তেবেসে হইব বন বাসিব যুগুত ।
অন্তকালে হৈব তাৰ সৰিৰ মুকুত ॥
আমি সব আছো যেন আপোন ৰাজ্যত ।
বনধৰ্ম্ম পৰিহৰি জীবে কেন, মত ॥৮০
আস্তিকক দেখিলো কৰিলো হ্ৰদে স্নান ।
তাহাৰ ফলক লভি আছো বিদ্যামান ॥
সবে কাৰ্য্যসিদ্ধি ভৈলা পুৰ ভৈলা মন ।
আৰে আন বনে আমি কৰিবো গমন ॥৮১
এহি বুলি মহাৰাজ আৰ নকহিলা ।
হেন শুনি বৃকোদৰে বচন বুলিলা ।
তুমি সে আমাৰ নিজ হোৱা অধিকাৰ ।
কোন জনে বাধিবেক বচন তোমাৰ ॥৮২
যেহি বোলা সেহি কৰে বচন তোমাৰ ।
আমাৰ মনৰ একো নাহিকে বিচাৰ ॥
হেন শুনি পুণ্ডৰিকে বোলে সাবধানে ।
কিয়নো নাথাকা ইটো মহা পুণ্যথানে ।৮৩
আস্তিক হ্ৰদৰ সম একো তীৰ্থ নাই ॥
আত থাকি দিব্যৰূপে বৈকুণ্ঠক যাই ॥

আৰু যদি আস্তিকক পায় দৰিশণ।
কোনে সীমা কৰিবেক তাৰ পূণ্যগণ ॥৮৪
আমাৰ বচন যেবে নামানা মনত।
লওক প্ৰমাণ আৰ যমৰ বাক্যত ॥
অনন্তৰ আগে যম ৰাজাৰ ৰচন।
বোলন্ত আমাৰ কিচু নাহি প্ৰয়োযন ॥৮৫
যত লোকে স্নান কৰে আমাক নাপায়।
দিব্য বিমানত চৰি বৈকুণ্ঠক যায় ॥
আমাসাৰ পৰা আৰ নাহি দুখিজন।
হেন জানি প্ৰভু আবে কৰা যেন মন।৮৬
হেন শুনি সঙ্কৰসনে বোলে তাক চাই।
বোলে তোমাসাৰ সম নাই যমৰাই ॥
যাওক গৃহক মনে নকৰিও কষ্ট।
এতেকে লোকৰ কাৰ্য্য কৰিবোহো নষ্ট ॥৮৭
হেন শুনি যমৰাজা ৰাজ্যে চলি গৈলা
পাচে সঙ্কৰ সনে মোক মাত্তি আদেসিলা ॥
চলিও পুণ্ডৰি তুমি ভবাৰ্ণৱ বন।
যিতো তীৰ্থবাসী তাক কৰিয়োক চন ॥৮৮
তাৰ পুৰা লোক আৰ নাসে ইঠানক।
পালাহা প্ৰমাণ আত্ত তোমাৰ সবাক ॥

হেন মহা পূণ্য থান এৰি কিকাৰণ।
কোন কাযে চলিবাক খোজাআন বন ॥৮৯
বাঢ়য় বছৰ আত জাক নিৰন্তৰ।
পাচে লৈয়া যাইবো আমি হস্তিনা নগৰ ॥
এক খানিত্তেকে বিনাসিবো কৌৰবক।
দণ্ডেচত্রে তোমাক কৰিবো অভিষেক ॥৯০
হেন মত আমাৰ মনত দেখো ভাল।
যেন মত যোগ্য আৰে ঋৰা মহীপাল॥
হেন শুনি ধৰ্ম্ম ৰাজা বুলিলা তুনাই।
ভাল কহিলাহা পুণ্ডৰিক নাগৰাই ॥৯১
কিন্তু আমি ফুৰিবে লাগয় বনে বন।
এক থানে নহে বন শাস্ত্ৰৰ বচন ॥
বৈশান পায়ন বদতি শুনিও জন্মে জয়।
ঈশ্বৰৰ ইচ্ছা কোনে বাধিবে পাৰয় ॥৯২
ভাৰ হৰণৰ হেতু বন পাণ্ডৱৰ।
তাক নজানয় কত্তো অল্প মতি নৰ॥
মহাজন সকলে জানিয়া থাকে মনে।
লৈয়োক প্রমাণ আক আপ্তিক বচনে ॥৯৩
ৰাজাৰ বচন হেন নিশ্চয় জানিয়া
ভিমসেনে মাত্তিলেক ৰাজাক নমিয়া॥

আদেসিয়ো দাদা স্তযু যদি আজ্ঞা হয় ।
তুমি যি কহিবা তাক কৰিবে লাগয় ॥৯৪
যুধিষ্ঠিৰ বৰ্দাত্তি শুনিয়ো বৃকোদৰ ।
শুনা পুণ্ডৰিক ধনঞ্জয় বীৰবৰ ॥
কত্ত কাল আছো আমি মহা সুখ কৰি ।
বনবাসী নহো হেন মনে আছো ধৰি ॥৯৫
এতেকে সে ইটো সুখ ত্যজিবে লাগয় ।
নাগৰাজ বাসুকীত কহিও বুজায় ॥
ভিমসেন তুমি দশ ধানিপুৰে যাহা ।
দাস দাসী লোক সব ভালে থৈই আহা ॥৯৬
নিয়মে ৰাখিয়ো যত্ত লোক নিৰন্তৰ ।
তুমি থাকি বাহা ঘোৰ বনৰ ভিতৰ ॥
নিজকৰ্ম্ম কৰি ৰাখিয়োক নিতি যত্ত ।
নকৰিবা আপোন কাযত্ত বুদ্ধি হত্ত ।৯৭
ৰাজাক প্ৰণামি পুণ্ডৰিক চলিবান্ত ॥
নাগৰাজ বাসুকিত্ত সমস্তে কহিবন্ত ॥
ভিমসেন দশ ধানি নগৰক গৈলা ।
দাস দাসী নিয়া সবে নিয়োজিয়া থৈলা ॥৯৮
কতিপয় দিন থাকি আসি বৃকোদৰ ।
ৰাজাত কহিলা পূৰ্ব্বাপৰ নিৰন্তৰ ॥

তথাতে আছিল দিন চাৰি পাঞ্চ মান।
নিশ্চয় কৰিলা মন চলিবাক আন ॥৯৯
মুনিয়ে বোলয় বিষ্ণু ৰাতৰ তনয়।
মহাৰাজ কুন্তিসুত জগতে বিজয় ॥
প্ৰভাতে উঠিয়া স্নান তৰ্পন কৰিলা।
দেৱ পিতৃ তুষি নিজ অন্নক ভুঞ্জিলা ॥১০০
অনন্তৰে চাৰিবীৰে কৰিলা ভোজন।
দ্ৰৌপদীয়ো ভুঞ্জি থালি মাজিলা তেখন ॥
সাজ হৈয়া চলি গৈলা যুধিষ্ঠিৰ ৰাই।
কান্দে দাসদাসী সৱে তাসম্বাক চাই ॥১০১
আমাক লগতে নিয়া আই পটেশ্বৰী।
ফুৰিবো বনত তোমাসাক সেৱা কৰি ॥
প্ৰবোধন্ত দ্ৰৌপদী থাকিয়োক সবে জাই।
দশধানি পুৰত আপুন সুখ পাই ॥১০২
এহি সেৱা কৰা সবে আছুকী কুমাৰী।
থাকিয়োক সবে অতি মহা সুখ কৰি ॥
কতবা কালৰ সবে গৃহ বাৰি এৰিলন্ত।
যুধিষ্ঠিৰ মহাৰাজ চলিয়া গৈলন্ত ॥১০৩
দাসদাসী সব চলি দশধানি গৈলা।
সিদিনাক ধৰি সিটো থান শূন্য হৈলা ॥
জয়নৰনাৰায়ণ ৰাজা মধ্যে সাৰ।

বিপ্ৰ বৈষ্ণবক পালি দুষ্টক বিনাশি।
জিনিলা সকল ৰাজ্য নিজ বলে শাসি ॥
জাচক সাবাক পৰাং মুখ নকৰন্ত।
যেহি যিবা খোজে তাক প্ৰত্যেক দিবন্ত ॥১০৫
অনন্তৰে শুনান্ত ভাৰত বিচক্ষণ।
ক্ষমা বন্ত দাতাৰন্ত ধিৰ বুদ্ধিমান ॥
হেনয় ৰাজাৰ আজ্ঞা পালিয়া যতনে।
বিৰচিলো বন পৰ্ব্ব কথা সাবধানে ॥ ১০৬
বহু শাস্ত্ৰ তৰ্ক বাক্য কৰি দৈপায়নে।
থৈলন্ত লিখিয়া তাক পৰম যতনে ॥
বিচক্ষণ পণ্ডিতে নপায় তত্তসাৰ।
আমি কি কহিবো তাক বালক আচাৰ ॥ ১০৭
ৰচি লোহো আজ্ঞা পায় তথাপি পয়াৰ।
বনপৰ্ব্ব, কাল কুঞ্জ বধ নাম যাৰ ॥
যানি বুদ্ধ জন, মোৰ নধৰিবা দোষ।
মহন্তৰ কথা শুনি হুয়োক সন্তোষ ॥১০৮
আজি, কালি কৰি যায় মনুস্য শৰীৰ।
পদ্ম পত্ৰ জল যেন সম্যকে অথিৰ ॥
হেন জানি ইহাক শ্ৰৱণ কৰিয়োক।
কৃষ্ণ কথা শ্ৰৱনে গুচয় ভয় শোক ॥১০৯
বিষ্ণু বৈষ্ণৱৰ কথা অতি ৰুচিকৰ।
হেনো কথা শুনিবে পিয়াসিত গদাধৰ ॥

তোমার চরণে যিটো একান্ত শরণ।
কায়বাক্য মনে যিবা ভজে সর্ব্বক্ষণ ॥১১০
আন কোন বস্তু তাক দিয়ে আপোনাক।
পাণ্ডবতে প্রমান যে দেখিয়ো ইহাক ॥
ভক্তভিত্ত বৈশ্য হৈয়া বসন্ত কৃষ্ণন্ত।
অর্জ্জুনর রথর সারথি ভগবন্ত ॥১১১
দেখা কেনে ভক্তর অধিন বনমালি।
সর্ব্ব কালে থাকন্ত সম্ভুর আজ্ঞাপালি ॥
হেনয় কৃষ্ণর পায়ে নচাবোক মতি।
দাস করি মোক কিনিয়োক লক্ষীপতি ॥১১২
পরম আতুর মই অধম মুগুধ,
দেহ প্রাণ আমার যে সকলে অশুদ্ধ ॥
শুদ্ধ করি মোক ভক্তিধনে কিনিয়োক
রাতুল চরণে মোর সদা মতি রৌক ॥১১৩
বিষয় চিন্তায়ে মোর তনু ভৈলা ক্ষিণ।
তোমার চরণ চিন্তিলেহো বাত্রিদিন ॥
ভৃত্য বুলি তোমা ইতো দোষ ক্ষমা করি।
পলাওক পাপক ডাকি বোলা হরি হরি ॥১১৪

---

# চবি।

বাজাক সম্বোধি পাচে কহিবে লাগিলা কথা
শুনিয়ো বাজেন্দ্র মহাশয়।
আগ ভৈলা ভীমসেন মত্ত হস্তি সম যেন
তাব পাচে নৃপতি চলয় ॥
নকুল সহদেব দুই মাজত চলিয়া জান্ত
তান পাচে দ্রোপদ নন্দিনী।
গাণ্ডিব ধনুক ধবি যেন মহা সিংহ চলে
নেবন্ত সদা বাম কৃষ্ণ বাণি ॥ ১১৫
কত দূব যাই পাচে জিবাইলন্ত মহাবাজ
পূর্ব্ব পব কবিয়া বিচাব।
অনন্তবে গৈয়া পাচে কেশবী তীব কপাইলা
শুকুমল মহানীব যাব ॥
সেহি বেলা যুধিষ্ঠিব কহিবে লাগিলা কথা
এহিতো কেশবী তীর্থ বব।
আত স্নান দান কবি হোয়ে আতি মহাযুদ্ধ
ভোগ ভুঞ্জি অক্ষয় স্বর্গব ॥ ১১৬
তাব তীবে তীবে যেবে চয় জন চলি যান্ত
গধুলিকা সময় মিলিলা।
নদীব কাশবে পাচে এক বৃক্ষতলে যায়
বহিবাব গৃহক নির্ম্মিলা ॥

পত্র আনি যত্ন কৰি ভাহাতে ৰহিলা ৰাজা
চাৰি বীৰে পহৰা ধৰিলা ।
ৰাম কৃষ্ণ বুলি ৰাজা মন এক যাণি কৰি
কিচু মান নিদ্ৰাক কৰিলা ॥ ১১৭
অনন্তৰে ৰজণি যে প্ৰভাতে উঠিয়া পাচে
স্নাণ পান তৰ্পণ কৰিলা ।
দেৱ পিতৃ অৰ্চ্ছা কৰি কৃষ্ণ কৃষ্ণ নাম স্মৰি
পথ ধৰি তীৰন্ত চলিলা ॥
কতদূৰ যাই পাচে জিবাই ৰহিলা ৰাজা
বোলে যাও কমল বনক ।
মৰু নামে মহামুনি তথাতে আছন্ত ভালে
যাইবো আমি তাক চাহিবাক ॥ ১১৮
এহি বুলি ধিৰে ধিৰে চলিষান্ত তীৰে তীৰে
কুন্তিসুত যুধিষ্ঠিৰ ৰাই ।
নদী নদ গিৰিবৰ খাল জোও নিৰন্তৰ
এৰাই আতি পথ বহি যাই ॥
দিন চাৰি পাঞ্চ মানে কমল বনক পাইলা
মৰু ঋষিৰ আশ্ৰম দেখিলা ॥
অনন্তৰে গৈয়া পাছে মহাৰাজ ধৰ্ম্মসুত
মুনিৰ থানত প্ৰবেশিলা ॥ ১১৯০
শিষ্যগণে আবৰিয়া বসিয়া আছন্ত ৰঙ্গে
কত দূৰে ৰাজাক দেখিলা ।

কোন পান্থ জন ইতো বীববেশে পৰাক্ৰমে
আমাব থানত প্ৰবেশিলা ॥
আজ একজন দেখো সুন্দৰ ৰমণী আছে
ত্ৰিভুবনে নাই সমসৰ ।
শিষ্যগণে বোলে দেৱ তোমাক চাহিবে লাগি
শচী সমে আসে পুৰন্দৰ ।
কতজনে বোলে মুহি কোন এক ৰাজা আসে
আমাৰ দেৱক চাহিবাৰে ।
এতেক বোলন্তে যাই সন্নিত চাপিল ৰাজা
দেখি অতি হৰিষ অন্তৰে ॥
তাসবাক দেখি মুণি আসন আনিয়া দিলা
গৌৰবে বসিলা নৰবৰ ।
অনন্তৰে মহামুনি পুচিবে লাগিলা বাণি
আসি আচা কোনৰা থানৰ ॥ ১২১
কোন বংশে ভৈলা জাত কোন তুমি পান্থ জন
দেখো এক ৰমণী লগত ।
কিবা চন্দ্ৰ কিবা ইন্দ্ৰ কিবা আসিআছ কোন
কহিয়োক আমাৰ আগত ॥
যুধিষ্ঠিৰ নৃপতিয়ে অৱনত ভাবে ভৈলা
কহিবে লাগিলা বৃকোদৰ ।
যজ্ঞকুণ্ড জন্ম যিটো পাণ্ডু ৰাজা মহাশয়
তাৰ পুত্ৰ কৰ্ক্ক নৃপবৰ ॥ ১২২

ইন্দ্রপস্থ নগৰত মহাৰাজ যুধিষ্ঠিৰ
তাৰ ভাতৃ আমি চাৰিজন ।
মোৰ নাম ভীমষেন মোত্ত চোট ধনঞ্জয়
আৰু দুই পৰম সোভন ॥
দ্রোপদ ৰাজাৰ আতি যজ্ঞমণ্ডপৰ মাজে
অগণি কুণ্ডত যাত্ত হৈলা ।
মহা মুনিগনে পাছে গণতি কৰিয়া আছে
যজ্ঞষেণী নামক যে থৈলা ॥ ১২৩
মস্য ভেদি ৰাজা জিণি আনিলন্ত ধনঞ্জয়
মাতৃ বাক্যে পাঞ্চে বিহাইলোঁ ।
দুৰ্য্যোধন ৰাজা সমে পাশাত হাৰিয়া পাচে
ৰাজা সমে বনক চলিলোঁ ॥
বাৰয় বছৰ মানে বনত ফুৰিবেক লাগে
আৰু বৰিশেক অজ্ঞাত ।
ঋষিগণ সম্ভাসিয়া তীৰ্থ সব স্নান কৰি
ভ্ৰমি ফুৰো দাৰুণ বনত ॥ ১২৪
তোমাক দেখিবে লাগি আস্তিকৰ হৃদয়ত
হৈ আছে আমাসাৰ মন ।
কভৰা দিবেসে মিলি আসি আসি বনে বনে
ভৈলো তোমাসাৰ সৰণ ॥
হেন শুনি মুণিবৰে প্ৰশংসা কৰিয়া বোলে
বৰভাগ্য মিলিলা আমাৰ ।

তোমাসাৰ পাঞ্চ ভাই দেব বিষ্যে উৎপত্তি
দৰষণ ভৈলোহো তোমাৰ ॥ ১২৫
মোৰ থানে তোমা সব থাকিয়োক মহাসুখে
প্রতিপাল কৰিয়া যতনে।
দেবৰ প্ৰাৰ্থস্তে আসি বনত প্রবেশ ভৈলা
তোমাসাৰ সবে পাঞ্চজনে ॥
নাহি নাহি দুৰ্য্যোধন ৰাজাৰ যতেক দোষ
ঈশ্বৰৰ ইচ্ছা হৈয়াচয়।
তোমাসাৰ যত কাৰ্য্য আনে কিচু নজানয়
ব্ৰহ্মা হৰে ইগাক জানয় ॥ ১২৬
এহি মতে মুণিবৰে আন নানা আশ্বাসিয়া
পাণ্ডব গণক বুলিলন্ত।
হেন মতে পাঞ্চ ভাই পৰম আনন্দ মনে
ঋষিৰ শৰীৰ চাহিলন্ত ॥
সিৰে ভয়ানক জটা যেন অগনিৰ চটা
ভকৰ ভকৰ বহি যান।
তপ্ত সুবৰ্ণৰ বৰ্ণ দেখি যেন বসুগুটি
আলত্যাকে নিন্দে দুই কান ॥ ১২৭
সত্য যুগে যাত হয় তথাপিতো দেখি যেন
বয়শত সোৰষ বছৰ।
হাতৰ পায়ৰ নখ ফুলি ফুলি আছে আত্তি
তথাপিতো যেন বাষ্ময় বছৰ ॥

নমো নমো দামোদৰ জগতৰ বিঘ্ন হৰ
ভকত অভয় দাতাদেৱ।
বন পৰ্ব্ব কথা চবি ৰাম সৰস্বতী কবি
কৃষ্ণৰ চৰণে কৰি সেৱ ॥ ১২৮
জয় জয় নাৰায়ণ ভকতৰ প্ৰিয় ধন
কৃষ্ণ নামে সংসাৰ তৰয়।
আন সব পৰিহৰি ৰাম নাম সঙ্গে কৰি
ভবসিন্ধু পাৰ যে হয়য় ॥
শ্ৰীহৰিচন্দ্ৰ দেৱে মিনতি কৰিয়া বোলে
শুনা যত সভাসদ লোক।
ৰাম নাম কৰি সাৰ হৰি হৰি বোলা সবে
কলিৰ যে পাতেক খণ্ডোক ॥ ১২৯

---

## পদ।

বৈসম্পায়ন বদতি শুনিও নৰেশ্বৰ।
ঋষিৰ ৰূপক দেখি কুন্তীৰ কুমাৰ ॥
মৌনে ৰহিয়াছে সবে বিস্ময় মনত।
তলমুণ্ড হয়া সবে কৰি অবনত ॥ ১৩০
হাস্য কৰি বোলে মুনি কিনো গুণদিল।
মহাভাৰ দূৰ হোয়ে আৰ পাওঁ চিন ॥

এহিভাবে প্রশংসা কবিয়া বাবে বাব।
দিলা বাসাঘব তাসম্বাক বহিবাব ॥ ১৩১
অনন্তবে পাণ্ডুভাই তথাতে বহিলা।
কতোদিন মানে তাত আনন্দে বঞ্চিলা ॥
বহুতব কথা ঋষি কহিয়া থাকন্ত।
কতো কতো জামাল সংহিত বথামন্ত ॥ ১৩২
এহিমন্তে আছে যেবে একপক্ষ মান।
ঋষিত মেলানি লৈলা ভাই পাণ্ডুজন ॥
নৃপতি কবতি দেব তোমাত বিনাওঁ।
আজ্ঞা কবা আম্মি আবে কোন থানে যাও।১৩৩
তুমি হেন মহন্তক হৈয়া দৰিশন।
ফুবিবোহোঁ আমি সব হেন লয় মন ॥
অপস্তিব উলক দেখিবে ইচ্ছাবব।
তযু দবষণে পাইলোঁ আনন্দ বিস্তব ॥ ১৩৪
ক্ষেত্রসব স্নানি প্রণামিয়া মহন্তক।
ফুবিবোহোঁ হেন মন্তে সকল বনক ॥
ঋষিয়ে বোলন্ত ভাল হেন লয় মনে।
বৈষ্ণবক দবশন ভাগ্যব কাবণে ॥ ১৩৫
ধন্য মহাৰাজা ধন্য সাৰ্থক জীৱন।
পবম সৌভাগ্য তুমি আনিলাহা মন ॥
থিকত আছে অপচয় মহন্তে বহুত।
বাবাসা লিখিত বহুত আছয় ত্রিভুব ॥ ১৩৬

তাহাক বিনাশ কৰি বনত সুকিবা ।
দেৱ ব্ৰাহ্মণেৰ সব দুখক খণ্ডিবা ॥
যামদাগ্নি পশুৰাম মাৰ্কণ্ডেয় ঋষি ।
অগস্তি গালৱ আদি চাহিবা হৰিষি ॥ ১৩৭
কিন্তু উত্তৰৰ ভাগে কৰিবা গমন ।
পশ্চিমক নেযাবাহা আছে ম্লেচ্ছগণ ॥
মহাদুষ্ট ম্লেচ্ছ সেনা অক্ষয় অব্যয় ।
দেবীৰ বৰত সিতো বাড়িয়া আছয় ॥ ১৩৮
হেন শুনি দুনাই যুধিষ্ঠিৰে কথা কয় ।
কোন ম্লেচ্ছ সেনা কেনে বাড়িয়া আছয় ॥
কেন মতে মহামায়া তাক বৰ দিলা ।
ইসব কাহিনী শুনিবাক ইচ্ছা ভৈলা ॥ ১৩৯
মুনিয়ে বোলন্ত ৰাজা শুনিয়োক আজ ।
যজ্ঞ আৰম্ভিলা দক্ষৰাজে পাই লাজ ॥
দক্ষৰ দুহিতা সতী জায়া মহেশৰ ।
পিতৃৰ গৃহক গৈলা আনন্দ বিস্তৰ ॥ ১৪০
স্বামীৰ ভাগক নেদেখিয়া মহাসতী ।
শোকে অপমানে পাচে প্ৰাণ ত্যজিলন্তি ॥
এহি কথা শুনি হৰে আৰ্য্যাৰ মৰণ ।
কৰিলন্ত মহাদুখে শোক ঘনে ঘন ॥ ১৪১
দুই নাসিকাৰ হন্তে ম্লেচ্ছা বাহিৰাইলা ।

তাত হন্তে দুই গুটি বালক জন্মিলা।
সুহুনি আকাৰ তাৰ মুখ গোট ভৈলা ॥ ১৪২
দুইখানি বালক দেখিন্তে দুৰ্ব্বিনয়।
উচপিচ কৰি কান্দে কেৰে নিনিৱয় ॥
সৰিংশ্ৰৱা নামে এক যোগিনী আছিলা।
পুত্ৰভাবে তাই দুই শিশুক তুলিলা ॥ ১৪৩
পাচে হেমৱন্ত জীউ ভৈলন্ত পাৰ্ব্বতী ॥
হৰক দিলন্ত বিহা কৰি মহাপ্ৰীতি ॥
দেবীক সেবন্ত শিশু মহাদুখ পাই।
বোলে আমাসাক তুমি বৰ দিয়া আই ॥ ১৪৪
ইতিনি লোকত দেৱ দৈত্য মনুষ্যত।
নাহিকে মৰণ মাগো তযু চৰণত ॥
দেবী বোলে ইতোৰৰ অতি শ্ৰেষ্ঠত্তৰ।
বিনাশ চিন্তিবে খোজা সবে জগতৰ ॥ ১৪৫
তথাপি তোহোক দয়া কৰিবোগো আবে।
এতেকে তোহোক মই বৰ দিব লাগে ॥
কাতো হন্তে মৃত্যু নাই বৰ দিলোঁ মই।
দূৰহন্তে ভক্ষদ্ৰব্য মিলিব নিশ্চয়। ১৪৬
যিটো খুজিলিহি মই দিলোঁ সেহিবৰ।
কৈলাশৰ পৰা আবে সন্তৰে অন্তৰ ॥
উত্তৰ সাগৰ তীৰে ৰহিয়োক যাই।

আৰু এক বৰ ছিদ্ৰ শুনা কহোঁ তাক্ত।
কদাচিতো নিচিন্তিবা লোকৰ অহিত॥
লোকৰ অহিত যদি অল্পই চিন্তিব।
স্ত্ৰীৰ হাতত তেবে মৰণ মিলিব॥ ১৪৮
মুনিহ শকতি স্ত্ৰী ধনুবান ধৰি।
অৱশ্যে জানিবা যমপুৰে যাইবা মৰি॥
মুণিয়ে কহয় কথা শুনে পাণ্ড ভাই।
দ্ৰৌপদীও শুনিয়া আছয় সেহি ঠাই॥ ১৪৯
অৰ্জ্জুনক অল্প কৰি বোলে বৰ নাৰী।
কোন স্ত্ৰী যুজিবেক হাতে ধনু ধৰি॥
ধনঞ্জয় বোলে শুনা, শুনিয়ো সুন্দৰী।
তুমিও যুজিবা ঘোৰ হাতে ধনু ধৰি॥ ১৫০
এহিবুলি মৌনে ৰহিলন্ত দুয়োজন।
পাচৰ কথাক আৰু কৰিলন্ত মন॥
বৈসম্প্যায়ন বদতি শুনিয়ো জন্মিঞ্জয়।
যুধিষ্ঠিৰে বোলে গুৰু কহিয়ো নিশ্চয়॥ ১৫১
পুনৰূপি ঋষি কথা কহিবাক লৈলা।
কালকুঞ্জ শোষক দুহান নাম ভৈলা॥
বৰ গোট কালকুঞ্জ সৰুটী শোষক।
দুৰক প্ৰণামি পুনঃ মাগয় বৰক॥ ১৫২

দিয়ো ইষ্ট বৰ প্ৰভু দেব পশুপতি।
দিয়ো আৰ সৈন্ত সব আমাৰ সংহতি ॥
মহেশে বোলন্ত দেবী বৰ দি আছয়।
মই বৰ দিবে আৰ যোগ্য নাহি কয় ॥ ১৫৩
তথাপিতো তোক বৰ দিওঁ যেন মত।
প্ৰথমত ভুত ম্লেচ্ছ তিনিকোটী শত ॥
তোক সেবা কৰি সদা থাকিবে সতত।
বাসা কৰি থাকা গৈয়া সাগৰ তীৰত ॥ ১৫৪
এহি বুলি তাহাক খেদিলা শূলধৰ।
মেচ্ছ সেনা লৈয়া ৰৈলা সাগৰৰ তীৰ ॥
লোক সকলক সিতো উপদ্ৰধ কৰে।
দেবীৰ বৰত সিতো হাম্বাৰিয়া ফুৰে ॥ ১৫৫
পূৰ্ব্বে মহেশ্বৰে ভাত কহিছে বুজাই।
লোক উপদ্ৰব যদি কৰা কোন ঠাই ॥
আমি যদি শুনো তোৰ নহৈবেক ভাল।
তোহোৰ সম্বন্ধে মই হৈবো যমকাল ॥ ১৫৬
এতেকে সে কিছু গৈয়া মাগিয়া ফুৰয়।
তথাপিতো মাজে মাজে লোকক পীৰয় ॥
মন্ত্ৰ মাংস খাই কিল কিল কৰি থাকে।
দিনে ৰাতি ম্লেচ্ছগণে সেৱয় কৰি তাহাকে ॥ ১৫৭

াগৰ মধ্যত শিহু ঘৰিয়াল যত।
ধৰি ধৰি সিসবক খায়য় সতত ॥
হস্তী মৃগ মানুষ পায়য় যত যত।
ঢুকিয়া পায়য় এক প্ৰহৰৰ পথ ॥ ১৫৮
সুহুনি আকাৰ মুখে কামোৰ মাৰয়।
তেজপানী মাংস মানে শোহামাৰি খায় ॥
এহিমতে ম্লেচ্ছসেনা আছে অযুতেক ॥
নজানিয়া পসে যদি নেৰয় তাহাক ॥ ১৫৯
এহিবুলি মুনিবৰে কহিলন্ত যত।
সংক্ষেপে পদত তাৰ লেখা দিবো কত ॥
বৈসম্পায়ন বদতি শুনিয়ো নৃপবৰ।
মুনিয়ে কহন্ত কথা আৰ নিৰন্তৰ ॥ ১৬০
নিতে নিতে শুনিয়া থাকন্ত পঞ্চ ভাই।
তাহান সঙ্গত সুখে আছে ৰঙ্গ চাই ॥
একদিনা নৰনাথে কৰিলা বিদায়।
আন থানে ফুৰোঁগৈ আমি পাঞ্চ ভাই ॥ ১৬১
মুনিয়ে বোলন্ত ভাল কৰিলা গমন।
মহালাভ হোৱে মহন্তক দৰশন ॥
এহিমতে মুণি হৈতে মেলানি লৈলন্ত!
প্ৰভাতে উঠিয়া স্নান দান কৰিলন্ত ॥ ১৬২

দেৱক পিতৃক অৰ্চ্চি অন্নজল খাই।
ঋষিক প্ৰণাম কৰি চলে পঞ্চভাই ॥
যুধিষ্ঠিৰ ৰজা যাই কৃষ্ণক স্মৰি।
চাৰি ভাই যাই আৰু দ্ৰুপদ জিয়াৰী ॥ ১৬৩
গন্ধমাদন বেলা যথা তথাতে ৰহন্ত।
বিংশতি দিবসমানে চলিয়া গৈলন্ত ॥
তাতে আছে কোমল মলয়া চল পাই।
তাত আছে সুৰভি মুনিৰ নিজ ঠাই ॥ ১৬৪
তাহাত স্নানিয়া মুনি আশ্ৰমে পশিলা।
ঋষি সমে কতমান দিবস আছিলা ॥
তাহাত পাইলন্ত গৈয়া ববক বনক।
বিশ্বামিত্ৰ আদি কৰি দেখিলা সবাক ॥ ১৬৫
সম্যবন পাইলা যাই তাহাৰ পাচত।
পন্থ হেৰুৱাইলা ৰাজা সেহি সময়ত ॥
উত্তৰ বহিবে লাগে পশ্চিমে বহিলা।
এতেকেসে ভাগ্যৰ বিপাক মিলিলা ॥ ১৬৬
যাৰ যিবা হৈবে গুচাইবেক কোনজনে।
বিধাতা লিখিছে তাক খণ্ডাইবেক কোনে ॥
পাঞ্চ পাণ্ডৱৰ মহা বিপাক মিলিলা।
ম্লেচ্ছসেনা বিনাশিবে হৰিষে আনিলা ॥ ১৬৭

দেখা জন্মিজয় কেনে মায়া ঈশ্বৰ !
ম্লেচ্ছসেনা থাকে হেন দেখি দামোদৰ ॥
পাণ্ডৱক পন্থ হেরুৱাই দুখ দিলা ।
দ্রৌপদীৰ হাতে পাচে তাহাক মাৰিলা ॥ ১৬৮
শুনি পৰীক্ষিত সুতে মুণিত পোচন্ত ।
কিমতে দ্রৌপদী ম্লেচ্ছসেনা মাৰিলন্ত ॥
আৰ কেনমতে পাঞ্চবীৰক হিংসিলা ।
কেনমতে দ্রৌপদীয়ে তাহাক মাৰিলা ॥ ১৬৯
কহিয়োক মমআগে কথা নিৰন্তৰ ।
হেনকথা শুনি মুনি দিলেক উত্তৰ ॥
শুনিয়োক ৰাজা ইতো কথাৰ নিশ্চয় ।
তোমাৰ মনৰ ইতো গুছাওঁ সংশয় ॥ ১৭০
যুধিষ্ঠিৰ ৰাজা পাচে পন্থক পাহৰি ।
পশ্চিমক মনে ৰাজা যাই পন্থ ধৰি ॥
সৌবীৰ এৰাই ম্লেচ্ছ দেশ সমীপত ।
গধুলিকা বেলা যাই মিলিলা তহিত ॥ ১৭১
দশদণ্ডমান পথ ম্লেচ্ছ দেশ হৈতে ।
তথা বিমঙ্গল দেখিলন্ত অপৰ্য্যন্তে ॥
হালধি ৰুধিৰ বৃষ্টি কৰিলা তহিত ।
পঞ্চভাই পাণ্ডৱৰ মৃত্যু সন্নিকট ॥ ১৭২

অস্তাগত দিবাকৰ ৰহিলা তথাত ॥
পত্ৰগৃহ সাজি ৰাজা ৰহিলা তথাত ॥
চাৰি ভাই চাৰিভিতি আবৰি ধৰিলা ।
খানিতেক মান ৰাজা তাহাত শুইলা ॥ ১৭৩
জাগিয়া উঠিলা ৰাজা কৃষ্ণ কৃষ্ণস্মৰি ।
পাচে ভীমসেনক মাতিলা অল্প কৰি ॥
বদতি নৃপতি বাপু শুনা বৃকোদৰ ।
ভ্ৰমিয়া ফুৰোহোঁ আমি ক্ষেত্ৰ নিৰন্তৰ ॥ ১৭৪
অসংখ্যাত মহা মহা ঋষিগণ যত ।
তাসম্বাক চাহি আমি ফুৰোহোঁ সতত ॥
অগস্তিৰ স্থানক যাইবাৰ ভৈলা মন ।
কতবা দিনৰ পন্থ পৰম গহন ॥ ১৭৫
মোৰ গাৱে উতপাত কিসক কৰয় ।
অসুখ অশান্তি অন্নপানী নুৰুচয় ॥
ভবার্ণব বনে যেন মৰণ মিলিলা ।
সেহিমত ভাবে মোৰ সবেও ফলিলা ॥ ১৭৬
হেন শুনি ভীমসেনে বুলিলা বচন ।
কৰ্ম্মক গুছাইবে দাদা পাৰে কোনজন ॥
যেহি লিখি আছে দাদা ললাতে আমাৰ ।
সেহি হব আত কিছু নাহি প্ৰতিকাৰ ॥ ১৭৭

যতে যিবা কৰন্ত হোৱয় সেহি কাজ ।
এৰাইতে নপাৰি গৈলা ব্ৰাহ্মণ সমাজ ॥
আয়ুহীন ৰোগীক যতেক দাৰু দেই ।
ৰাখিবে নপাৰে তাক যমে লৈয়া যাই ॥ ১৭৮
এতেকেসে পূৰ্ব্ব কৰ্ম্ম হৈয়া আছে যত ।
নেজানে মিলয় সিতো মনুষ্য লোকত ॥
ইতো বৃক্ষে লাগে সুখ দুখ দুই ফল ।
আৰ্জ্জিবে লাগয় তাক ভুঞ্জিবে সকল ॥ ১৭৯
আমাৰ দশাত খেদ কৰিবে নলাগে ।
যেহি আছে সেহি হৈব নিজ কৰ্ম্মভাগে ॥
এহিমতে আহি পাচে ৰজনী পুহাইলা ।
ভগবন্ত আদিত্য আসিয়া ব্যক্ত ভৈলা ॥ ১৮০
ম্লেচ্ছদেশ কাষৰে বহয় ক্ষীৰ নদী ।
মহাখৰস্তৰে সাগৰত পৰে ভেদি ॥
দণ্ড চাৰিমানে গৈয়া তাক লাগ পাই ।
স্নান কৰিবাক লাগি গৈলা পঞ্চভাই ॥ ১৮১
দ্ৰৌপদীও গৈয়া তাৰ তীৰত ৰহিলা ।
স্নানপান তৰ্পণযে নৃপতি কৰিলা ॥
অনন্তৰে চাৰিবীৰে স্নানিলন্ত যাই ।
তীৰত চৰিয়া গই কৌতুকক পাই ॥ ১৮২

বৈসম্পায়ন বদতি শুনিয়ো নৃপবৰ ।
সেহিবেলা ম্লেচ্ছে ত্ৰাণ পাই মনুষ্যৰ ॥
ঈশ্বৰৰ ইচ্ছা কৰ্ম্ম হুয়া আছে জানি ।
ম্লেচ্ছ নাসিবাক হৰি মিলাইলেক আনি ॥ ১৮৩
শুনা সভাসদ বনপৰ্ব্ব কথা সাৰ ।
পাণ্ডৱৰ হাতে হৰি খণ্ডাই ভূমিভাৰ ॥
অঘটন কথাক ঘটন কৰে হৰি ।
জগতৰ দুখছয় গুছে কেন কৰি ॥ ১৮৪
হেন জানি কৰা হৰি চৰণে ভকতি ।
ইতো ঘোৰ কলিযুগে আন নাহি গতি ॥
বিষ্ণু বৈষ্ণৱৰ কথা কৰিয়ো শ্ৰবন ।
পাপৰ ভণ্ডাৰ নাশ হোৱে কতোক্ষণ ॥ ১৮৫
ধনজন গৰ্ব্বে অন্ধ হোৱে যিতোজন ।
ৰামকৃষ্ণ হৰিনাম নকৰে কীৰ্ত্তন ॥
ধনজন সকলে ইহাতে ৰৈবে পৰি ।
একলা যাইবা মাথো যমপুৰে চলি ॥ ১৮৬
যমৰ কিঙ্কৰে ধৰি যাতনা ভুঞ্জাই ।
সচা মিচা বুলি ৰাখন্তাও কেহো নাই ॥
হে প্ৰভু নাৰায়ণ মই ভক্তি হীন ।
নিজ ভৃত্য কৰি মোক ভক্তিধনে কিণ ॥১৮৭

তুমি অগতিৰ গতি শুনিয়াছো নাম।
কহয় ভাৰতচন্দ্রে বোলা ৰাম ৰাম ॥ ১৮৮

---

## দুলড়ী।

নিগদতি মুনি শুনা আন্তপৰ
পাচ কথা বিত্তোপন।
স্নান পান কৰি ৰাজা যুধিষ্ঠিৰ
কৰিলা পুনঃ গমন ॥ ১৮৯
নদী তীৰ এৰি পথ ধৰিলন্ত
নিকুঞ্জ বনৰ ভিতি।
সেহি সময়ত অপায় মিললা
শুণিয়ো তাক সম্প্রতি ॥১৯০
আগে ভীমসেন চলে সিংহ যেন
স্কন্ধে গদা ভয়ঙ্কৰ।
হাতে খর্গ ধৰি চলে সেহি বীৰ
দেখিতে ভয় লোকৰ ॥ ১৯১
তাহান পাচত চলে ধীৰে ধীৰে
যুধিষ্ঠিৰ মহীপতি।
নকুল সহদেৱ দুহান চলয়
ধনুর্ব্বান ধৰি আতি ॥ ১৯২

অৰ্জ্জুনৰ আগে চলন্ত দ্ৰৌপদী
অতি সুকোমল কায়।
ইতিনি ভুবণে তেওঁৰ সদৃশ
ৰমণী সুন্দৰী নাই ॥ ১৯৩
তাহান পাচত বীৰ ধনঞ্জয়
যেন মত্ত গজৰাজ।
হাতত গাণ্ডীৱ পিঠে ধনুটোন
খৰ্গ হৃদয়ৰ মাজ ॥ ১৯৪
চাৰিদিশে ফুৰি মুণ্ডভুলি চাই
পাণ্ডৱক ভেট পাইলা।
আথে বেথে গই ৰজাৰ আগত
প্ৰহৰীয়ে জান দিলা ॥ ১৯৫
শুনা সুৰেশ্বৰ আমাৰ সমীপ
মনুষ্য আসি মিলিলা।
এহিবুলি সিটো ৰজাৰ আগত
আৰু কহিবাক লৈলা ॥ ১৯৬
পাচোত্তা পৰম সুন্দৰ পুৰুষ
এগোটা সুন্দৰী নাৰী।
পৰম বিভূতি দেখিয়া তাহাৰ
ধৰিতে চিত্ত ণপাৰি ॥ ১৯৭

শুনি কালকুঞ্জে আথে বেথে উঠি
শোষকন্ত কথা কয় ।
পুৰুষ সবক ভক্ষণ কৰিয়া
আনিবে নাৰী লাগয় ॥ ১৯৮
এহিমন্তে সিতো মনত হৰিষে
চলিবে মন কৰিলা ।
হৃষ্টপুষ্ট কৈৰ মনুষ্য আসিয়া
আমাৰ স্থানে মিলিলা ॥ ১৯৯
এহি শুনি পাচে হাস্য কৰি ষাই
কতোক্ষণে ভেট পাইলা ।
চাৰি দণ্ডমান বেলাৰ পথক
মুখখান মেলি দিলা ॥ ২০০
ভীমৰ গাৱন্ত কামোৰ ভেদিয়া
হৃম্পিলেক বৰ ৰাগে ।
মহা আৰ্ত্তৰাবে আটা সেক দিয়া
পৰিলা ৰাজাৰ আগে ॥ ২০১
দেখি নৰনাথে আথে বেথে স্কৰি
ভীমক সাৰন্তি ধৰি ।
কি ভৈলা বুলিয়া মুখক চাহিয়া
মান্তে বৰ টান কৰি ॥ ২০২

সিটো দুৰাচাৰে ভীমক ভুঞ্জিয়া
নৃপতিক মন দিলা ।
আকেসে শোণিত আচোত কৰিয়া
ৰাজাৰ শৰীৰ পিলা ॥ ২০৩
দুয়ো ভাইক খাই মহাতুষ্ট হই
দ্ৰৌপদীক মন কৰি ।
শেষকেয়ো পাচে মাদ্ৰীসুত দুইকো
হুম্পিলা ৰুধিৰ ধৰি ॥ ২০৪
হেন দেখি এভো ধনঞ্জয় বীৰে
গাণ্ডীবত গুণ দিলা ।
শৰক জুৰিবে খোজন্তে তাহাৰ
জীৱন গোট শুষিলা ॥ ২০৫
দেখা জন্মিজয় দৈবৰ গতিত
মহন্তৰ দুখ দেখা ।
ইটো সংসাৰত মনুষ্যৰ ঘোৰ
বিষয়ৰ কেনে লেখা ॥ ২০৬
পৰম বৈষ্ণৱ যুধিষ্ঠীৰ ৰাই
মুখত নেৰন্ত নাম ।
তাহান দুখক দেখা ঠাই ঠাই
ঈশ্বৰৰ হেন কাম ॥ ২০৭

# পদ।

যেবে পাঞ্চ ভাইক শুষি ম্লেচ্ছে বিনাশিলা।
একালসব হই মাত্র দ্রৌপদী বহিলা॥
যেন বজ্রপাতে মাত হবিলা মুখব।
থিয় হৈয়া বহিলেক তথা একালসব॥ ২০৮
পবিলেক পাঞ্চভাই ধবণী মধ্যত।
দেখি সমস্তব লাগি গৈলা ভয়ভীত॥
প্রভাহীন ভৈলাসূর্য্য নবহে পবন।
ধর্ম্ম ধর্ম্ম সুমবস্ত সিদ্ধমুনি গণ॥ ২০৯
সেহিবেলা পাচে অসুবব দুই ভাই।
দ্রৌপদীব সমীপত বহিলন্ত যাই॥
বিকৃত কুৰূপ মুখে বচন বোলয়।
দেখি যাজ্ঞসেনী চক্ষু মুদিয়া বহয়॥ ২১০
বিভঙ্গ কুভঙ্গ আতি গন্ধ বিপবীত।
নাক ফুটি বায় থিব নাথাকয় চিত্ত॥
সুচিব আকাব মুখ দেখি ভয়ঙ্কব।
শোষা মাবি ভেজ খাইলা পাঞ্চ পাণ্ডবব॥ ২১১

যেন শুষ্ককাষ্ঠ পৰি বৈলা ধবনীত ।
হেন কালবুঞ্জে কথা পোচে দ্রৌপদীত ॥
শুনিয়ো সুন্দৰী তই কহ যাত্ত কৰি ।
কোন পাঞ্চজন ইটো পৰি আছে মৰি ॥ ২১২
তই আসম্বাৰ সম্বন্ধত হোয়া কোন ।
ঘোৰ বনে তোমাসব ফুৰা কিকাৰণ ॥
ইসব মৰিল তই যাবি কোন ঠাঁই ।
কহবে সুন্দৰী আবে আমাত বুজাই ॥ ২১৩
হেন শুনি দ্রৌপদী মনত গুণি পাইলা ।
আমাৰ স্বামীক এহি তুই গোটে খাইলা ॥
আৰ পাপীসব মোক নাখাস কিসক ।
কহিবে লাগিলা কৃষ্ণা সম্মুখি ম্লেচ্ছক ॥ ২১৪
শুনিয়াছা পাণ্ডুপুত্র মবে ধর্ম্মবাই ।
পাশাখেলি বনক আসিলা পাঞ্চ ভাই ॥
দ্রুপদ বজাৰ আমি দুহিতা স্নেহৰ ।
পাঞ্চ পাণ্ডৱৰ নাৰী আমি আনন্দৰ ॥ ২১৫
মায়াকবি স্বামীসব অসুৰে খাইলেক ।
কোনকামে পাপী জামো নাখায় আমাক ॥
হেনশুনি মাত্তিলেক শোধক দুর্জ্জন ।
খাইয়ে খাইলো গালি পাবা কিকাৰণ ॥ ২১৬

তোক বাখিলোহোঁ আৰে ৰাজাক্কেসে চাই।
তোক লৈয়া যাইবো মই আমাৰ যে ঠাই ॥
শুনিয়ো মানুষী তই বিষাদ নকৰ।
আমাৰ ৰাজ্যত হৈব সুখ বহুতৰ ॥ ২১৭
মৰিলেক তোৰ বনবাসী বনাহাৰী।
তাহাক লাগিয়া খেদ এৰা বৰনাৰী ॥
দ্রৌপদী বোলন্ত আৰে শুনা অন্ত্যজাতি।
কেনে মোক বিগুতিয়া মাতাৰস অতি ॥ ২১৮
নীচ হুয়া কৰা হেন মহন্ত অপাৰ।
মোহোৰ স্বামীক খায়া আছা দুৰাচাৰ ॥
কোনে আৰে প্রতিকাৰ কৰিবেক তোক।
স্বামীৰ সগত হেৰা খাই মাৰা মোক ॥ ২১৯
মোক নখাৰস যদি দূৰ হুয়া যাস।
সমূলকে তোহোৰ ভাঙ্গিবো সবে আস ॥
হেন শুনি কালকুঞ্জে মাতে সেহি ঠাই।
মোৰ সম মহাৰাজা ত্রিভুবনে নাই ॥ ২২০
দেবলোকে থাতয় আনক্ক কেনে লেখা।
মোহোৰ নগৰ পশি আপুনিও দেখা ॥
দুইশ ৰাজাৰ নাৰী মোহোৰ আছয়।
সবাতোযে মুখ্য তোক কৰিবো নিশ্চয় ॥ ২২১

দেবৰ ভুষণ যত বস্ত্র অলঙ্কাৰ।
তোহোক পিন্ধাইবো একো নালাগে বিচাৰ॥
চতুৰ্দ্দোলে উঠি যাইবা বস্ত্র অলঙ্কাৰ।
চলা বাঙ্কে মহাৰঙ্গে গৃহক আমাৰ॥ ২২২
পুনঃ যাজ্ঞসেনী হেন দিলেক উত্তৰ।
এতেক বচন আৰ নোবোলা বৰ্ব্বৰ॥
স্বামীৰ লগত মই সহগামী হওঁ।
জঞ্জাল নাপাও পাপী চিতাক সজাওঁ॥ ২২৩
পাণ্ডবৰ ভাৰ্য্যাক বাঞ্চস নীচজনে।
মৰিব্বা নাজাস ইতো লাজৰ কাৰণে॥
হেন শুনি মহাখঙ্গে কাঁপে কুঞ্জকাল।
ধৰিবাক মনে খেদি যাই ততকাল॥ ২২৪
তাহাৰ গন্ধত আতি নাক ফুটি যাই।
দেখি যাজ্ঞসেনী মনে গুণে সেহি ঠাই॥
মোক বলে ধৰি ইতো কৰিবে বিতাল।
দিবো লৰ ধৰিবাক নাপাবে সকল॥ ২২৫
এহিবুলি মহাবেগে দিলেক লৰৰ।
দেখিয়া দানবে খেদি যাই খৰতৰ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
দ্রৌপদীৰ দেখা কেনে ভৈলা দুখচয়॥ ২২৬

অদ্ভুত হস্তীৰ বল উঠিলা গাৱত ।
বিদ্যুৎ সঞ্চাৰ বেগে লাগিলা চলিত ॥
প্ৰত্যেক ভৰিত ভূমি কাম্পে ঘনে ঘনে ।
অসুৰেও খেদি যাই ধৰিবাক মনে ॥২২৭
হেন দেখি শোষকে মনত গুনি পাই ।
স্ত্ৰীৰ হাতত আমাসাৰ প্ৰাণ যাই ॥
যদি গাৱচালি বল কৰে বৰনাৰী ।
তেবে আমি আক আৰু এৰাইতে নপাৰি ॥২২৮
আত্ত অনন্তৰে সিতো ভৈলা কতোদূৰ ।
শোষকেও বোলে দাদা যাইবো যমপুৰ ॥
এহি শুনি পাচে সিতো দিলেক লম্বৰ ।
খেদি আগবাঢ়ি গৈয়া ধৰিলা সত্বৰ ॥২২৯
শুনা মহাবীৰ হেন কৰা কেনে মন ।
মনত নপৰে দেবী আইৰ বচন ॥
স্ত্ৰীৰ হাতত মৃত্যু হৈবে বুলিলন্ত ।
এতেকেসে তোবা আজি এৰিয়া আসন্ত ॥২৩০
এহি কথা শুনি পাচে ম্লেচ্ছ ক্ৰূৰগণ ।
পালতিল শুনি সিতো ভ্ৰাতৃৰ বচন ॥
অনন্তৰে দুই ভাই নগৰে পশিলা ।
সেনাগণ আনি হেন আদেশ কৰিলা ॥ ২৩১

শুনা শুনা প্ৰথমতে যত বীৰচয় ।
মনুষ্য নাৰীক ধৰি আনিবা নিশ্চয় ॥
অবলা মনুষ্য নাৰী বলে নধৰিব ।
সাৱধানে ধৰিবাহা প্ৰাণক তেজিব ॥২৩২
ঋষিয়ে বোলন্ত অগ্নিজয়ৰ আগত ।
পাচক লাগিয়া যাজ্ঞসেনী চাহিলন্ত ॥
ভাগৰে পীড়িত হুয়া বৃক্ষৰ তলত ।
ৰামকৃষ্ণ নাম মাত্ৰ উচ্চৰে মনত ॥২৩৩
নাম উচ্চাৰণতে আসিলা নাৰায়ণ ।
দ্ৰৌপদীৰ হৃদিগত ভৈলেক তেখন ॥
ভয়দুখ নিবাৰিলা হৰষিত মন ।
যেন স্বামী মৰা নাই আনন্দিত মন ॥২৩৪
আকাশৰ পৰা দিব্য কবচ পৰিলা ।
কাল তুপি আসি দেবীৰ মাথাত পৰিলা ॥
কবচ দেখিয়া মনে গুনিবে লাগিলা ।
মক্ষ ঋষি যতমান কহিয়া আছিলা ॥২৩৫
তথাতে বুলিলা মোৰ স্বামী ধনঞ্জয় ।
সেই সব কথা মোৰ ফলিলা নিশ্চয় ॥
হা হৰি কিনো মোৰ বিপাক লাগিলা ।
নাজানো বিধাতা মোৰ কপালে লিখিলা ॥২৩৬

আত্তহস্তে আকাশত বচন শুনয় ।
দ্রুপদ নন্দিনী হেৰা দেব বাক্য চয় ॥
ইতো কবচক পিন্ধি বীৰবেশ ধৰি ।
দেৱৰ কাৰ্য্যক সাধিয়োক যত্ন কৰি ॥২৩৭
জীবেক তোমাৰ স্বামী নকৰা সংশয় ।
দেবতা সকলে গৈয়া ৰাখিয়া আছয় ॥
অৰ্জ্জুনৰ ধনু গাণ্ডীবক হাতে ধৰি ।
স্বামী বৈৰী ম্লেচ্ছক বধিয়ো শীঘ্ৰ কৰি ॥২৩৮
বৈসম্পায়ন বদন্তি শুনিয়ো নৰেশ্বৰ ।
পিতামহী দ্ৰৌপদীৰ মহিমা ডাঙ্গৰ ॥
দেবৰ বচন শুনি মনে গুনিলন্ত ।
মক ঋষি বচনক সাদৰি লৈলন্ত ॥২৩৯
স্নান কৰি কৃষ্ণ স্মৰি সজ্জমন ভৈলা ।
যাঠিমোণ শৰভাৰ কবচ পিন্ধিলা ॥
কলা টুপি মাথাত কৰিলা পৰিধান ।
ধৰিবে গৈলন্ত অৰ্জ্জুনৰ ধনুখান ॥২৪০
যথাতে আছন্ত পৰি বীৰ ধনঞ্জয় ।
গাণ্ডীব ধনুযে তথা পৰিয়া আছয় ॥
অৰ্জ্জুনক প্ৰণামিলা জানুশিৰ ছুই ।০
পিঠিত তুলিয়া বান্ধিলন্ত টোন দুই ॥২৪১

বাম কৰে ধনুখান তুলিয়া ধৰিলা ।
গুণ গাচি দিয়া ধনু টঙ্কাৰ কৰিলা ॥
শবদে পুৰিল সব ধৰনী মণ্ডল ।
শুনিয়া দেৱৰ মনে ভৈলা কৌতুহল ॥২৪২
বীৰ বেশ ধনু সিতো পৰম সুঠান ।
যাক ছুইবে নপাৰয় মহাবীৰগণ ॥
দ্রুপদ নন্দিনী সেহি ধনুগোট ধৰি ।
ফুৰাইবে লাগিলা অতি চক্রাকাৰ কৰি ॥২৪৩
বলৱন্ত কুমাৰে ফুৰাৱে যেন চাক ।
যাজ্ঞসেনী সেহিমতে ধনুদিলে পাক ॥
আকাশ চানিয়া দেবগণ আসিলন্ত ।
শচীসমে ইন্দ্র ঐৰাৱতে ৰহিলন্ত ॥২৪৪
আনদেবগণে নাৰী সঙ্গত কৰিয়া ।
দ্রৌপদীৰ যুদ্ধ চাইবে আকাশে ৰহিয়া ॥
সিদ্ধমুনি বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণ ।
অশ্বিনীকুমাৰ আৰু অষ্টবসুগণ ॥২৪৫
স্ত্ৰীবীৰ যুদ্ধক নতু দেখে একোজন ।
এতেকে আসিলা সবে কৰি ৰঙ্গমন ॥
কালান্তক ৰুদ্র যেন দেখি লাগে ভয় ।
প্ৰত্যেক ভৰিত ভূমি ঘনে কম্পিযাই ॥২৪৬

যেন পূৰ্ব্বে মহামায়া শুম্ভ নিশুম্ভক ।
বধিয়া ৰাখিল দেব খণ্ডিয়া দুখক ॥
সেহিমতে যাজ্ঞসেনী ম্লেচ্ছ বধিবাক ।
দেবৰ বচন পালি খেদি যাই তাক ॥২৪৭
বৈসম্পায়ন বদতি শুনিয়ো নৃপবৰ ।
দ্ৰৌপদীৰ আশ্চৰ্য্য মহিমা ভয়ঙ্কৰ ॥
কালকুঞ্জ দুৰাচাৰে ম্লেচ্ছ সেনা যত ।
বিচাৰ কৰিতে লাগি পাঠিলা সমস্ত ॥২৪৮
সিসবে বিচাৰি নপাইলেক দ্ৰৌপদীক ।
ভয়ানক বীৰ এক দেখিলা প্ৰত্যেক ॥
ভয়ে চমকিলা সবে প্ৰথমৰ দল ।
আথে ব্যথে নগৰত পশিলা সকল ॥২৪৯
অবনত ভাবে কথা কহে জানুপাৰি ।
মনুষ্য নাৰীক আমি ন পাইলো বিচাৰি ॥
আৰ এক বিভব দেখিলো সিঠাইত ।
নাৰী কি পুৰুষ একো নুবুজিলো তত্ব ॥২৫০
ভয়ানক ধনু হাতে ধৰিয়া আছয় ।
তাহান বেশক দেখি লাগে মহাভয় ॥
কৱচ কুণ্ডল সব অলঙ্কাৰ জ্বলে ।
হেন বেশ নাহি দেখি ইতো ৰবিতলে ॥২৫১

আমাক যুজয় কিম্বা দেবকো যুজয় ।
কহিবে নপাৰি তাক একোমে নিশ্চয় ॥
এহি কথা শুনি কুপিলেক দুৰাচাৰ ।
কিবা কহা ইতো সবে নুবুজোহো আৰ ॥২৫২
সেহিবেলা দ্ৰুপদ নন্দিনী মহাসতী ।
বৰিষিয়া সেনাক শৰ হানিলা তহিতি ॥
কাটন ফুটন শৰ বীৰ অৰ্জ্জুনৰ ।
ছেদি ভেদি নেই ম্লেচ্ছ সেনা নিৰন্তৰ ॥২৫৩
ৰাজাৰ আগত বেগে কহিলন্ত যাই ।
শুনা ৰাজা বীৰ এক আইলা এহি ঠাই ।
বাহিৰত যত সৈন্য আছিলা তোমাৰ ।
যমক দিলন্ত তাৰ নাহি অধিকাৰ ॥২৫৪
হেনশুনি দাৰুণ অসুৰে কোপ কৰি ।
আয়েকক পাঠিলেক বৰ ৰাগ কৰি ॥
সৈন্যগণ লৈয়া তাক বিচাৰি আনহ ।
যদি লাগ পাহ তাক সত্তৰে মাৰহ ॥২৫৫
হেন শুনি শোষকে পৰিঘা শূল ধৰি ।
অসংখ্যাত প্ৰথমৰ সৈন্য লগ কৰি ॥
গিৰ গিৰ কৰি সবে বজাইলেক যাই ।
হেন অদভুত সেনা ক'তো দেখা নাই ॥২৫৬

কাবো এক ভবি কাবো ধোরে তিনি চাবি।
দুই তিনি মুখ কাবো চাহিতে নপাবি॥
কতো সিংহমুখি কতো বাঘব আকাব।
হস্তিমুখ গোমুখ দেখিতে চমৎকাব॥২৫৭
নেউল কুকুব কতো শূকবব মুখ।
পর্ব্বত আকাব দেহা দেখি লাগে দুখ॥
মদ্য মাংস কধিবে আহাব নিবন্তব।
মায়াৰূপ ধবি খাইলেক সমস্তব॥২৫৮
যেনকাল মেঘখণ্ড দেখি লাগে ভয়।
তক্ষশিলা বিনে আক অস্ত্র নাহি কয়॥
লক্ষ, কোটী হাজাবে হাজাবে চলি যাই।
দেখি দেবগণে অতি পাইলা মহাভয়॥২৫৯
হেন সেনা নতু দেখি তিনিও লোকত।
সমস্তকে খাইতে পাবে একে খানিকত॥
একে দ্রৌপদীরে আক কিবা কবিবেক।
ইহাক জোকাই যেবে সবে নাশিবেক।২৬০
এহিমতে কথা কহে দেবগণ যত।
উধায়া বহিল সবে মেঘব আবত॥
প্রভাহীন ভৈলা সূর্য্য চলে ধীবে ধীব।
দ্রৌপদী দেখিলা সেনা দুর্জ্জয় গম্ভীব॥২৬১

ত্ৰাহি কৃষ্ণ ত্ৰাহি কৃষ্ণ বুলি উচ্চাৰিলা ।
মহাক্ৰোধ কৰি পুনু আটাসেক দিলা ॥
জগতৰ লোকৰ কাণত দিলা তাল ।
অমৰ সৈন্যত লাগি গৈলা কোলাহল ॥২৬২
পৃথিবীৰ লোকৰ লাগিলা হুলস্থুল ।
সাগৰৰ জলে বৰ লাগিলা আস্ফাল ॥
অযুত হস্তিৰ বল মহা পৰাক্ৰম ।
দ্ৰোপদীৰ গাৱে থিত ভৈলা অতিক্ৰম ॥২৬৩
আটাসন্তে লোক সকলৰ ভয় ভৈলা ।
প্ৰলয় কালত যেন হবে ডাক দিলা ।
বৈসম্পায়ণ বদতি শুনিয়োঁ জন্মিজয় ।
ৰণত সম্মুখ ভৈলা দ্ৰৌপদী নিশ্চয় ॥২৬৪
কৰকৰ মৰমৰি চোবাৱে দশন ।
স্বামীৰ মৰণ শোকে দহয় জীৱন ॥
ক্ৰোধে ম্লেচ্ছ সেনাক দহিবে যেন চান্ত ।
আজুৰিয়া লৈলা শৰ কামুৰিয়া দান্ত ॥২৬৫
কাটন ফুটন শৰ গুণত জুৰিলা ।
এক পাতে দুইপাত কৰি প্ৰহাৰিলা ॥
সসৈন্যৰ মাজত পৰন্ত শৰচয় ।
কাতিমাৰি নেই ভঙ্গো নকৰে সংশয় ॥২৬৬

কিল কিল কৰি ৰিজ দিলা ভয়ঙ্কৰ।
শিল বৃক্ষ মাৰে হানি চাপিয়া ওচৰ ॥
দ্ৰৌপদীৰ গাত্ৰ ঢাকি প্ৰহাৰ কৰয়।
ব্ৰহ্ম কৰচন্ত পাৰ উফৰিয়া যাই ।২৬৭
দেখি যাজ্ঞসেনী মহাবেগে চলি গৈলা।
দশঙ্কৰী বান পুনু প্ৰহাৰ কৰিলা।
ম্লেচ্ছৰ সেনাক মাৰি কৰে বুন্দামাৰ।
তথাপিতো পাচ ভৰি ন কৰয় আৰ ॥২৬৮
খেদি আসে দ্ৰৌপদীক বেঢ়ি নিৰন্তৰ।
ছেদি ভেদি নেই পুনু দ্ৰৌপদীৰ শৰ ॥
দ্ৰৌপদীক বেঢ়িলন্ত চতুৰ্ভিতি যাই।
ধৰমাৰ কৰি অতি মহাবেগে ধাই ॥২৬৯
দেখি দেবগণে বোলে ভৈলা বিপৰ্য্যয়।
দ্ৰৌপদীক বেঢ়িলেক ম্লেচ্ছ সেনাচয় ॥
একাল সবে কি কৰিবো অনেক সেনাক।
হাহাকাৰ কৰে দেবে দুখক অনেক ॥২৭০
হেন দেখি যাজ্ঞসেনী মহাদুখ কৰি।
অনেক হানিলা শৰ আৰ্থবেৰ্থ কৰি ॥
আগৰ ভিতিৰ সেনা যতেক আছিলা।
নিগুটি কৰিয়া দেবী সবাকো কাটিলা ॥২৭১

কতো আধাকাটা হুয়া ভূমিত বাগৰে।
অস্তবিয়া যাই কতো মৰিবাক ডৰে ॥
দ্রৌপদীৰ গাত্ৰত কতো প্রহাৰ কৰয়।
কবচ প্রভাবে সতী পীড়া নপাৱই ।২৭২
সম্বিত চাপিয়া ধনুখান দেবী ধৰি।
কোবাইবে লাগিলা অতি চণ্ডনাদ কৰি॥
অযুত নিযুত সেনা মাৰিলা কোবাই।
কতোদূৰে শোষক দানবে আছে চাই ।২৭৩
অনেক সহস্র সেনা মৰিবাক দেখি।
মনে মহাদুখ কৰি চাহন্ত নিৰেখি॥
পৰম দাৰুণ ভাবে মাৰে সেনাগণ।
তিৰী কি পুৰুষ একো নুবুজি কাৰণ॥২৭৪
এহি বুলি বেগধৰি সৈন্য পাচ কৰি।
আগ ভেটি ৰৈলা ভয়ানক শূল ধৰি॥
প্রলয় কালত যেন প্রজা সংহৰিত।
শূলধৰি শঙ্কৰে ভৈলন্ত উপস্থিত ॥২৭৫
সেহিমতে তাঙ্কাক দেখিয়া লাগে ভৰ।
দ্রৌপদীক চাহি পাচে দিলেক উত্তৰ॥
কোন তুমি কোন মতে মাৰ সৈন্যগণ।
কিসক চিন্তিজি আজি আপুন মৰণ ॥২৭৬

সুৰাসুৰে যাহাৰ ভয়ত ভৰাভৰ ।
তোমাৰ নাহিকে জানো মৰণক ভৰ ॥
হেন শুনি দ্রৌপদীয়ে মাত্তে বৰ ৰাগে ।
পাপীষ্ঠ দানব মুনিষালি মোৰ আগে ॥২৭৭
আজি তোৰ যতেক ভাবনা কৰো চুৰ ।
সবে দানবক মাৰি নিবো যমপুৰ ॥
এহি বুলি বামহাতে ধৰি ধনুখান ।
প্রহাৰিবে লাগি গৈলা দাৰুণ সন্ধান ॥২৭৮
ইপাত হানয় আৰুপাত তাৰ কাচে ।
লাহৰি লাহৰি শৰ যাই আগে পাচে ॥
অনন্তৰে চাৰিপাত নৰাচ হানিলা ।
মহাবেগে যাই তাৰ গাৱত পৰিলা ॥২৭৯
চাৰিগোট সর্প যেন গর্ত্তত পশিলা ।
শৰ পাই দৈত্য গোটে কম্পিবে লাগিলা ॥
দেখিয়া ত্রিদশে জয় জয় কৰিলন্ত ।
দ্রৌপদীৰ মাথে পুষ্প বৃষ্টি কৰিলন্ত ॥২৮০
আচোতে ঘামিলা দৈত্য ৰুধিৰ বহয় ।
যেন মেৰু মন্দাৰৰ গেৰু নিজৰয় ॥
ঢলপল কৰি যেবে খানিক আছিলা ।
কিছুমানে সুস্থ হয়া অগনি জ্বলিলা ॥২৮১

আটাসেক দিয়া খঙ্গে পৰিঘা হানিলা
গিৰিসিভ ক্ষৰি পাচে ধৰণী লৰিলা ॥
ভগ্ন হুয়া চৰ্মকিয়া গৈলা নিৰন্তৰ ।
পৰিঘাক দেখি পাচে কৌউ ক্ৰুপদৰ ॥২৮২
দেৰগণে বোলে আৰে সমূলে বুৰিলা ।
পৰিঘাৰ ঘায়ে ঘাজ্ঞসেনী নাশ ভৈলা ॥
এহিমতে দেবাসুৰে কৰে হাহাকাৰ ।
আকাশত অগ্নি জ্বলে দেখি ভয়ঙ্কৰ ॥২৮৩
ৰাজ্ঞসেনী বোলে কৃষ্ণ বিষ্ণু গদাধৰ ।
পাঞ্চগুটি পাণ্ডৱে তোমাৰ কিঙ্কৰ ॥
সঙ্কট দেখোভ তুমি সবে ৰক্ষাকৰ ।
বাৰে বাৰে নাথ দেৱ আমাক উদ্ধাৰ ॥২৮৪
তিৰীৰ কাকুণ্যে কৃপা ভৈলা মাধৱৰ ।
হৃদয়ত থাকি বুদ্ধি বঢ়াইলা মনৰ ॥
হৰি সুপ্ৰসন্নত বুদ্ধিত না ঘাটিলা ।
দুইহাতে ধনুখান তুলিয়া ধৰিলা ॥২৮৫
দেওদিয়া আগবাঢ়ি কোব এক দিলা ।
তিনিখণ্ড হুয়া ভাঙ্গি মাটিত পৰিলা ॥
পৰিঘাক নাশ দেখি দেবতা সকল ।
জয় জয় বাদ্যভণ্ড কৰে কৌতুহল ॥২৮৬

দেখি দানবর বর মনত সংশয় ।
গোসানীর বাক্য জানো সম্প্রতি কসয় ॥
পবিষা বিনাশ ভৈলা শূলে হানি মারোঁ ।
দানব মাৰিলা ষত তার মান সারো ॥২৮৭
শূলপাত জ্বলে যেন বিধুম অগনি ।
লহ লহ করে জিহ্বা দেখি শঙ্কামান ॥
এহিমতে আক শব হানিতে নিদিলা ।
দুর্গা দুর্গা বুলি খঙ্গে দেও এক দিলা ॥২৮৮
কাম্পয় মেদিনীখান তাহার আস্ফাল ।
শূলে হানি তোক মারিবো ভম্বকাল ॥
ডাক দিয়ে বোলে অরে শুনরে মানুষী ।
এহি শূলঘায়ে তই মরিবি আপুনি ॥২৮৯
তার ভয়ে দেখি সবে সুরাসুর গণ ।
মহাভয়ে গুরাভরি করিলা বিমন ॥
জানো যাজ্ঞসেনী শূলঘায়ে নাশ হয় ।
কিবা দুরাচার মরি যাই যমালয় ॥২৯০
এহিমতে দেবলোকে করে হাহাকার ।
দেবনারীগণে দুখ করয় অপার ॥
অলক্ষরে যাজ্ঞসেনী মনত বোলয় ।
পবিষার ঘায়ে কৃষ্ণদেহে রখিচয় ॥২৯১

দুৰাচাৰে কৰিলেক শৰক প্ৰহাৰ ।
আক নাশ কৰিবোহোঁ কেমন প্ৰকাৰ ॥
আতহস্তে টোনত চাহিলা বৰনাৰী ।
উঠি আছে শৰপাত অতি শীঘ্ৰ কৰি ॥২৯২
মনত হৰিষে শৰ তুলি আনিলন্ত ।
জয়কৃষ্ণ বুলি উচ্চাৰিলা অপৰ্য্যন্ত ॥
বৈসম্পায়ন বদতি শুনিও জন্মিজয় ।
শৰপাত জুৰিলন্ত ধৰনী কাম্পয় ॥২৯৩
দেবতা সকলে আতি কৰে জয় জয় ।
বাঢ়িবে লাগিলা শৰ দেখি লাগে ভয় ॥
মুহুৰ্ত্তেকে মেৰু মন্দাৰৰ সম ভৈলা ।
অদভুত দেখি দেবী গুণিবাক লৈলা ॥২৯৪
কিনো আচৰিত ইতো মহন্ত শৰৰ ।
ত্ৰৈলোক্য দহিবে পাৰে ইতো অস্ত্ৰধৰ ॥
এহি বুলি ভান মন কৰিয়া তানয় ।
ভবি থিৰ নাথাকয় ধৰনী লৰয় ॥২৯৫
যেন সাগৰত মহানায়ে ভয় পাই ।
ইতিতি উঠয় সিতো সিতিতি বহয় ।
সেহিমতে শৰৰ সন্ধানে মহীলৰে ।
ত্ৰিদশ দেৱতা আতি ভয় ভৈলা বৰে ॥২৯৬

শূলক উচ্চায়া পাচে দানব দুৰ্জ্জন।
দ্রৌপদীক হানিলেক কৰি ক্রোধমন ॥
আকাশ চানিয়া শূল বেগ ধৰি যাই।
জাত জাত কৰি সবে অগণি উধাই ॥২৯৭
হেন দেখি যাজ্ঞসেনী আজুৰিয়া আনি।
মেৰুগিৰি যেন ক'লা কৰে বান খানি ॥
আকাশ চানিয়া সতী প্রহাৰিলা বান।
তলবল কৰিয়া লৰিলা মহীখান ॥২৯৮
অৰ্জ্জুনৰ ব্রহ্মবান মুক্তিমন্ত হই।
আকাশে উৰাই ৰবিপায় মহা ভয় ॥
ভকভক্ক কৰি পাচে অগনি বজাই ॥
যেন মেৰুগিৰি গোট আকাশে উধাই ॥২৯৯
ভয় হুয়া বসুমতী চমকি ৰহিলা।
শূল ব্রহ্মবান দুয়ো একস্থান ভৈলা ॥
আকাশতে শূলক কৰিলা সাত খণ্ড।
ভূমিত পৰিলা সিতো হুয়া লণ্ডভণ্ড ॥৩০০
শূলকাতি শৰপাত পুনঃ খেদি যাই।
শোষকৰ শিৰ কাতিলেক অস্ত্রাবাই ॥
শিৰশ্ছেদ ভৈলা বীৰ গিৰিসিত কৰি।
দাৰুণ পিশাচ যমপুৰে গৈলা মৰি ॥৩০১

বাক্ষসক মাৰি শৰে শীঘ্ৰবেগে যাই।
স্নান কৰি আসি টোনে থাকিলা লুকাই।
বৈসম্পায়ন বদতি শুনিয়ো নৰবৰ।
অদ্ভুত মহিমা সিতো পাণ্ডৱ সবাৰ ॥৩০২
দ্ৰৌপদীক বাক্য মৃত্তে দেৱে পুজিলন্ত।
সুৰভি কুঙ্কুম মাথে পুষ্প বৰিষন্ত ॥
সেহি বেলা তাৰ যত লগৰী আছয়।
দ্ৰৌপদীক ধাইলা সবে কৰি বীপৰ্য্যই ॥৩০৩
বৃক্ষ শিলা দলি হানি নিসন্ধি কৰিলা।
পৰ্ব্বতক বেঢ়ি যেন মেঘে বৰিশিলা ॥
শিৰ গিৰ কৰি সব গাৱত পৰয়।
কবচ প্ৰভাবে লভো পীৰা নপায়য় ॥৩০৪
পাচে দেৱী শৰ আনি গুণত যুৰিলা।
কাটিম কুটিন বান প্ৰহাৰ কৰিলা ॥
পৰ্ব্বত দোহাৰ কৰে অৰ্জ্জুনৰ শৰে।
ধাণ্ড ২ কৰি সবে ম্লেচ্ছ সেনা মৰে ॥৩০৫
একে একে কাদে কাণ্ডে সহস্ৰ সংখ্যাত।
কবন্ধ শৰীৰ সবে পৰে ধাত ধাত ॥
পুনঃ পুনঃ প্ৰহাৰয় মহাশৰ চয়।
যেন বায়ু নেই পকাকলক সবাই ॥৩০৬

বক্ষচাই আছে দ্রুপদৰ কীৰ্ত্তি আই ।
কতোহো পলায় কতো মৰি মৰি যাই ॥
দশুচুই মানে সব সেনা নাশ কৈলা ।
পলাই যাই তাৰ অধিকাৰী আগে কৈলা ॥৩০৭
শুনিয়োক ম্লেচ্ছদেৱ সংশয় ভাঙ্গৰ ।
কৈৰবা মানুষী তাই বীৰ ভয়ঙ্কৰ ॥
ধনুবান ধাৰ সবে লোক বিনাশিলা ।
ভমু ভ্ৰাতৃ মহাবীৰে শূল প্ৰহাৰিলা ॥৩০৮
ব্ৰহ্মবান হানি শূল কাটি আকাশত ।
তোমাৰ ভ্ৰাতৃক কাটি পেলাইলা তহিত ॥
আৰু যত বীৰ মানে সবাকো কাটিলা ।
কি কহিব কথা দেব সমূলে বুৰিলা ॥৩০৯
মুনিয়ে বোলন্ত কথা শুনা জন্মিজয় ।
শুনি কালকুঞ্জ বীৰে নামাত্তি আছয় ॥
কিবা সোপানত কিবা আছে সচিত্তত ।
যমক দেখিয়া একো নপাৱয় তত্ত্ব ॥৩১০
কোকাৰি কোকাৰি সিতো কান্দিবে লাগিলা ।
ভ্ৰাতৃৰ গুণক বৰ্ণাই বিলাপ কৰিলা ॥
শুনা সভাসদ ইতো বনপৰ্ব্ব নাম ।
ভুকুতি মুকুতি আত মিলে অবিশ্ৰাম ॥৩১১

মহাজন পাণ্ডবৰ চৰিত্ৰ শোভন।
আক একমনে সবে কৰিয়ো শ্ৰৱণ ॥
দুৰ্ঘোৰ সংসাৰে ইতো ঔষধ পৰম।
ইহ পৰলোকে গুচে যত সব শ্ৰম ॥৩১২
বোলয় ভাৰত চন্দ্ৰে আমি অল্পমতি।
ভক্তিধনে কিনি মোক লোয়া লক্ষ্মীপতি ॥
সুখে দুখে মুখে নচাবোক গুণনাম।
সভাসদ লোকে ডাকি বোলা ৰান ৰাম ॥৩১৩

---

## ছবি।

ঋষিয়ে বোলয় কথা        শুনা ৰাজা জন্মিজয়
ভ্ৰাতৃৰ মৰণ শুনি তথা।
আসনত ঢলি পৰি        হাহা প্ৰাণ ভাই বুলি
কান্দিবে লাগিলা কহি কথা ॥৩১৪
পিতৃমাতৃহীন আমি        দুইগুটি চাণ্ডাল
দেব দেবীৰ সঙ্গত আছিলো।
সুৰাসুৰ লোকত যে        অজয় অমৰ তৈলোঁ,
তেন মন্তা বৰক লভিলোঁ ॥৩১৫

কিন্তু মহামায়া আই  হেনমহা ছিদ্র থৈলা,
তিনি জনা ধন্মুর্ব্বান ধৰি।
যদি মহাযুদ্ধ কৰে  তেবে বুদ্ধিবলে ঘাটি,
অবশ্যে উঁহত যাবি মৰি ॥৩১৬
সেহি বাক্য ফলিলেক  মোৰ ভ্রাতৃ মৰিলেক,
আজি মোক কিয় না মাৰিলা।
নাজানোহোইতো গোটে, মানুষী নাৰীক জনে,
কোথা হন্তে আসিয়া মিলিলা ॥৩১৭
বেঢ়ি ধৰি কি কাৰণে  বৰ বৰ বীৰগণে
মানুষী নাৰীক মামাৰিলা।
আনত নাহিকে ছিদ্র,  আমি দুই ভাই মাত্র,
ইতো কথা দেবীও বুলিলা ॥৩১৮
এহি বুলি মহাক্রোধে  সভাক চাহিয়া দৃষ্টে,
হাত তুলি গর্জ্জি বাৰম্বাৰ।
পাত্র মিত্র নিৰন্তৰে  ভয়ে চমকিয়া সবে,
হৃদয় কম্পিলা সবাহাৰ ॥৩১৯
ক্রোধৰ বেগত আতি  বাঢ়িবে লাগিলা দুষ্ট,
দেবদেবী কাকো নামানয়।
দুৰাচাৰ দানবক  কালে গ্রাসিলেক আসি
নিন্দাবাণী সবাকো বোলয় ॥৩২০

শুনা অৰে বীৰচয়,        মোৰ বাক্য মনে লয়,
এতিক্ষণে সাজা নিৰন্তৰ।
পাচক সুগুণি কেৰে        বিঘিনি পাতিবো যেবে
মানুষী নাৰীক বেঢ়ি ধৰ ॥৩২১
যদি পাৰা শূলে হানি        সুহি শিলবৃক্ষ হানি,
ভেৰে গুচে মোৰ হৃদিশাল!
নামাৰি নাকাটি যেবে        যদি ধৰিবাক পাৰা
ইহাৰ সমান নাহি ভাল ॥৩২২
তোমাৰ পাচত আমি        শূলত শকতি ধৰি,
চলি যাই কৰোঁ প্ৰতিকাৰ।
কাহাৰ গহত জানো        অল্পমতি নাৰি গোটে
মাৰিলেক ভ্ৰাতৃক আমাৰ॥ ৩২৩
চলচল নিৰন্তৰ        মানুষীক বেঢ়ি ধৰ,
পাচ সুগুছিবে একোজন।
তাইৰ লগে যদি দেবে        সভাই ভজাই আসি
তাহাক মাৰিবো এতিক্ষণ ॥৩২৪
এহিমতে ভৰাতৰি        প্ৰচণ্ড আদেশ পাই
বৰ বৰ ম্লেচ্ছ সেনাচয়।
হাতে বৃক্ষ শিলা ধৰি        বেগে সিংহনাদ কৰি
খেদি যাই ধৰণী কম্পাই ॥৩২৫

জুম জুম কবি সবে ম্লেচ্ছ সেনা বাজ ভৈলা,
কালকুঞ্জ পাণ্ডে চলয় ।
এক ম্লেচ্ছ কন্ধে চবি পর্ব্বত সমান আসে
বিমঙ্গল সবক দেখয় ॥৩২৬
আকাশ ঢাকিয়া গৃধ্রে মাথাব উপবে চবি
আটাস পাবয় নিবন্তব।
কাক সবে ঘন ঘন, মুখ চাই বটে আভি
হোরা হোরা নাদ শৃগালব ॥৩২৭
সৈন্যক ঢাকিয়া ঘোব, হালধি কধিব বৃষ্টি,
অন্ধকাব বভাহ সোপাই ।
যুজক চলন্ত বেগে, আকাশত দেখে কত্তো,
একে লগে জ্বলে সূর্য্য দুই ॥৩২৮
এহিমতে দুষ্টজনে, চলি যাই তেতিক্ষণে,
বণ ধবণীত প্রবেশিলা ।
লক্ষ কোটী ম্লেচ্ছগণ, টিহ মাবি চলি যাই,
মাবিবাক লাগি নিকলিলা ॥৩২৯

---

## পাদ ।

বৈসম্পায়ন বদতি শুনিয়ো মহাবাই ।
অনস্তবে বনভুমি সবে পাইলা যাই ॥
দলদোপ কবে মহী নসহয় ভাব ।
দেখিয়া চমক বব লাগিলা দেবব ॥৩৩০
জানো আই যাজ্ঞসেনী বলে নপাবয় ।
দুষ্ট ম্লেচ্ছ সেনা দেখি লাগে মহাভয় ॥
সহায় নাহিকে একালসবে মহামতী ।
মবিয়া পবিয়া আছে তাতে পাণ্ডুপতি ॥৩৩১
সেহিবেলা যাজ্ঞসেনী দেখিলেক পাচে ।
কালি পিম্পবাব মেন শাবি পাতি আছে ॥
পূর্ব্বে যাম সেনা যেন বামব সকলে ।
শিল ভক্ষ ধবি যেন যুজিবাক চলে ॥৩৩২
সেহিমতে প্রথমব যত সৈন্ত চয় ।
ভক্ষ শিলা ধবি সবে বণক চলয় ॥
এক'মুখ দুই মুখ কাবো চাবিখান ।
কাবো প্রস্থ কাবো দীর্ঘ কুলা হেন কান ॥৩৩৩

বিকট দশন কাৰো আটালৰ গৰ।
মুণ্ডগোট সৰু গাত্ৰ গোট ভয়ঙ্কৰ॥
কাৰো নাক ভেক যেন পতি গোট মান।
কাৰো দুই কাৰো তিনি দেখি বিদ্যমান॥৩৩৪
অাচোক যুজিবো পুৰুষৰ দেখি ভয়।
তিৰি জনে দেখিলেই প্ৰাণৰ সংশয়॥
পৰ্ব্বত আকাৰ দেহা আকাশত চৰা।
গৰগৰ কৰি গৰ্জ্জে যোজনৰ পৰা॥৩৩৫
কাৰো হাতে পৰ্ব্বত কাহাৰো তৰুশিলা।
যেহেন গোৱালে ধৰি আছে দাণ্ডদিলা॥
লাটিম আকাৰ কৰি পৰ্ব্বত ফুৰয়।
পাক লাগি মেঘ সব আকাশে উধাই॥৩৩৬
ভয়ত ত্ৰাস হুয়া দেবগণ যত।
লুকাই ৰহিলা সবে মেঘৰ আৰত॥
মুনিয়ে বোলন্ত আবে শুনা জন্মিজয়।
সৈন্য দেখি দ্ৰৌপদীৰ ভৈলা মহাভয়॥৩৩৭
হাহৰি কিনো মোৰ মৰণৰ ঘাত।
আজি সে জানিলোঁ মই যাইবো যমঘাত॥
এক এক মহাবীৰ দেখিতে ত্ৰাস।
কোনে কৰিবেক তাক যুজিবাক সাস॥৩৩৮

দেৱদৈত্য দানৱ গন্ধৰ্ব্ব নাগচয় ।
সব হন্তে ইহাক যুজিবে নপাৰয় ॥
একে মই তিৰি জাতি কোমল শৰীৰ ।
কিমতে যুজিবো তাক মন নোহে থিৰ ॥৩৩৯
স্বামীৰ লগতে অনুগামী গৈলোহন্তে ।
তেবে কেন দেৱবাক্য পৰিলা মনতে ॥
ত্ৰিভুবন বিজয়ী গাণ্ডীৱ ধনুশৰ ।
কোনবেলা মাৰিবে লাগয় কোন শৰ ॥৩৪০
তাহাক নাজানো মই নাজানো মন্ত্ৰক ।
কোন অস্ত্ৰ হানিবেক কোনবা লোকক ॥
যুদ্ধ এলিলেই মোক মোচাৰি মাৰিব ।
শিল আৰু তৰুঘায়ে মোৰ প্ৰাণ যাইব ॥৩৪১
যিছোক সিছোক তাগ্যে কৰিবো সমৰ ।
জীৱন মৰণ বাত ইতো মনুষ্যৰ ॥
কিন্তু কৃষ্ণ চৰণত নচাৰোক মতি ।
জনমে জনমে মাধৱে সে মোৰ গতি ॥৩৪২
পাণ্ডৱ দৈৱন্ত স্বামী সকলো কালত ।
নচাৰোক মতি মোৰ তাহাৰ সেৱাত ॥
শঙ্কত কেলাত মোক প্ৰভু নাৰায়ণে ।
অনাথ নাৰীক মোক ৰাখিয়ো চৰণে ॥৩৪৩

এহিমতে আমো নানা মিনতি কৰিলা।
দ্ৰৌপদীৰ হৃদয়ত হৰি প্ৰবেশিলা ॥
বুদ্ধিবল তেজস্তাৰ শক্তিবল চয়।
তাহান গাত্ৰত আসি ভৈলা অৰ্ব্বুদয় ॥৩৪৪
বৈসম্পায়ন বদতি শুনিয়ো মহাৰাই।
দ্ৰৌপদীৰ মহিমাক চাহান নৰাই ॥
ত্ৰিপুৰ দহিবে লাগি শঙ্কৰ আসিলা।
ম্লেচ্ছসেনা বধিবাক তেমনে বাঢ়িলা ॥৩৪৫
আটাসেক দিয়া ধনু টঙ্কাৰ কৰিলা।
দিসবিদিসৰ ৰণভূমি প্ৰকাশিলা ॥
হেন দেখি ম্লেচ্ছসেনা সিংহনাদ কৰি।
সমবক ধাইলা সবে বৃক্ষশিলা ধৰি ॥৩৪৬
পৰ্ব্বতক বেঢ়ি যেন মেঘে বৰিষয়।
গিৰিস গিৰিস কৰি আসিয়া পৰয় ॥
শৰ হানিবাৰ একো নপাই যতনে।
কৃষ্ণনাম গোবিন্দ স্মৰবে মনে মনে ॥৩৪৭
ছুই দণ্ডমানে পাচে ৰহিয়া আছিলা।
শিলবৃক্ষ হানি ম্লেচ্ছ সেনা ভাগৰিলা ॥
অনন্তৰে যাজ্ঞসেনী শৰ প্ৰহাৰিলা
প্ৰথম সেনাক যেগে কাটিয়া পেলাইলা ॥৩৪৮

পর্ব্বত গহ্বর কাবো চাঁবি পাশ্বমুখ।
কাটি গিবসিভ কবি কবয় বিমুখ॥
পুনঃ পুনঃ শবহানি দিশক পুবিলা।
ম্লেচ্ছ সেনা সব কাটি নিসন্ধি কবিলা॥৩৪৯
আগবাঢ়ি বাই যত প্রথম সকল।
খড়্গে বাজ্ঞসেনী শব হানয় কেবল॥
দীঘল ত্রিখাস শব মহা ভয়ঙ্কব।
কাভি মাবি চুর্ণ কবি নেই নিবন্তব॥৩৫০
হেন দেখি কালকুঞ্জে লৈয়া শুকশাল।
সৈন্য সব পাচ কবি আগ হুয়া গৈল॥
ক্রোধ কবি চাই বোলে চক্ষুক বঙ্গাই।
পর্ব্বত সমান দেহা দেখি ভয় পাই॥৩৫১
শুনা অবে বৈব আসি মোব সেনাগণ।
আমাব ভ্রাতৃক মাবি আচা কি কাবণ॥
বজ্রে বান্ধি আছে ভোব শবীবব কাই।
কালকুঞ্জ বাক্ষসক কিছুভয় নাই॥৩৫২
কিবা দেব কিবা দেবী কিবা নববাবী।
আমাব আগভ কথা কহা জ্ঞান্ত কবি॥
ন কহিলে আজি ভোক নিবো যমপুব।
কাভ গহ ভোহোব ভাবনা কবোঁ চুব॥৩৫৩

বৈসম্পায়ন বদন্তি শুনিয়ো মহাৰাই।
উচিত বচন তাক মাত্তে সেহি ঠাই॥
শুনা অবে কালকুঞ্জ ম্লেচ্ছ দুৰাচাৰ।
যুধিষ্ঠিৰ ৰাজাৰ ঘৰণী মই সাৰ॥৩৫৪
আমাৰ স্বামীক দুষ্ট খায়া আছা তই।
তোহোৰ ভ্ৰাতৃক আৰে মাৰি আছো মই॥
মাৰি আছো তোৰ আৰু সেনাগণ যত।
চকুয়া ফালস কেনে মোহোৰ আগত॥৩৫৫
নিলাজ পিশাচ তোৰ লাজ নাহি কয়।
মোহোৰ হাতত তই যাইবি যমালয়॥
হেন শুনি কালকুঞ্জে মনত গুণিলা।
দ্ৰৌপদীক তিৰি হেন বেশত জানিলা॥৩৫৬
তিৰি বা পুৰুষ আগে চিনিত্তে নপাৰে।
তিৰি হেন পাচে সে বুজিলা সাৰে সাৰে॥
মোহোৰ ভ্ৰাতৃক ভালে মাৰিয়া আছয়।
গোসানীৰ বাক্য আৰে লাগয় নিশ্চয়॥৩৫৭
ত্ৰৈলোক্য বিজয় বীৰ আমি দুই ভাই।
তিনিও লোকত কোনো যুজত্তায়ো নাই॥
কি বব ধিক্কাৰ মোৰ হইলা মৰণ।
সকল বিফল নাৰীৰ হাত্তত মৰণ॥৩৫৮

ধিক বল পৰাক্ৰম ধিক শূল শাল ।
লেচজ সবাৰ তেমন যেন জুইশাল ॥
যিহৌক সিহৌক বণ কৰিবে লাগয় ।
জিনিলেও যশ নাই হাৰিলেকো নয় ॥৩৫৯
তথাপিত্তো যেন হৌক মোৰ কৰ্ম্মভাগে ।
প্ৰাণৰ কাৰণে যুদ্ধ কৰিবাক লাগে ॥
এহিবুলি মহাক্ৰোধে শালবৃক্ষ তুলি ।
দ্ৰৌপদীৰ গাৱত হানিলা হোস বুলি ॥৩৬০
যাজ্ঞসেনী দেখে শালবৃক্ষ খেদি আসে ।
শৰহানি তাহাক কাটিলা অপ্ৰয়াসে ॥
পুনৰপি হানিলা দাৰুণ শিলাখণ্ড ।
শৰে হানি তাহাক কৰিলা লণ্ড ভণ্ড ॥৩৬১
অসংখ্যাত শিলাবৃষ্টি কৰে বাৰে বাৰে ।
শৰে হানি যাজ্ঞসেনী তাহাক নিবাৰে ॥
পাচে দ্ৰুপদৰ জীউ ছিদ্ৰ এক পাইলা ।
প্ৰচণ্ড গোটক শৰ হানিয়া পঠাইলা ॥৩৬২
বিস্মায় শবদ বেগে শৰপাত যাই ।
তাহাৰ হিয়াত পৰিলেক খৰবাই ॥
পুত্ৰমানে ভলগৈলা দেখি ভয় ভীত ।
হলাহলি কৰিব বহুয় বিপৰীত ॥৩৬৩

যমক দেখিয়া বীৰ নয়ন মুদিল।
বামহাতে শৰপাত আজুৰি কাঢ়িল ॥
শৰ কাঢ়ি কিতাইলেক ম্লেচ্ছ সেনাবৰ।
ঘোৰ পৰ্ব্বতৰ খণ্ড কৰিলা প্ৰহাৰ ॥৩৬৪
যোজনেক শিতোমহা শিলাখণ্ড বৰ।
সবে বোলে যাজ্ঞসেনী যাইবে যমঘৰ ॥
কৃষ্ণ বিষ্ণু সুমৰণ কৰি বৰনাৰী।
আথেবেথে ধনুখান পেলাইলা আচাৰি ॥৩৬৫
হৰি সুপ্ৰসন্নত বুদ্ধিত নাঘাতিলা।
দুইহাতে শিলাখান পস্থত ধৰিলা ॥
পাক দিয়া দেবী পাচে আলগাই থেলি।
তাহাক লাগিয়া পুনঃ হানিলন্ত ডলি ॥৩৬৬
যেন দেখি দানবৰ শৰীৰ কম্পিলা।
গদাগোট ধৰি আগবাঢ়ি দেও দিলা ॥
গদাই কোবাই ভাঙ্গিলেক শিলবৰ।
অদ্ভুত মহিমা সিতো দ্ৰুপদ জিউৰ ॥৩৬৭
দেবগণে জোকাৰযে পাৰয় উৰুলি।
সুৰভি কুসুম মাথে সিঞ্চিলা সমুলি ॥
ধন্য ধন্য দ্ৰৌপদীক প্ৰশংসা কৰয়।
ৰবি গুজে যাৰ সম বীৰ নাহি কয় ॥৩৬৮

অসুৰে দানৱে মমত শুনিলেক ।
সাধীগোটে আমাসাক ভণ্ডাইলা প্ৰত্যেক ॥
অলেহে মাৰিলে ভ্ৰাতৃ মোক সেহিমন্ত ।
মস্ৰো মৰি যাওঁ হেৰা এইৰ হাতত ॥৩৬৯
এহিবুলি পুনঃ বৃক্ষ শিলা বৰষিলা ।
দ্ৰৌপদীৰ গাত্ৰ ঢাকি পৰিবে লাগিলা ॥
চিণ্ডি ভাঙ্গি সন্নাহ পৰিলা নিৰন্তৰ ।
কৃষ্ণ বিষ্ণু নাম সুমৰন্ত গদাধৰ ॥৩৭০
মোক ৰক্ষা কৰা প্ৰভু দেৱ নাৰায়ণে ।
অনাথা দাসীক মোক ৰাখিয়ো চৰণে ॥
দ্ৰৌপদীৰ কাৰুণ্য শুনিয়া ভগৱন্ত ।
অন্তৰিক্ষে গৰুড়ক পাঠিয়া দিলন্ত ॥৩৭১
যাবে যাজ্ঞসেনী পিশাচক নবধয় ।
মোহোৰ বচনে আবে ৰাখিয়ো নিশ্চয় ॥
স্বামীৰ বচন হেন গৰুড়ে শুনিলা ।
আৰ্থে ব্যৰ্থে গৈয়া বেগে ঢাকিয়া ধৰিলা ॥৩৭২
যত শিলবৃক্ষ পৰ্ব্বতক প্ৰহাৰয় ।
গৰুড় পাখাত আসি নিধলে পৰয় ॥
গিৰিস গিৰিস আতি শবদ বাজয় ।
দেখিয়া ত্ৰিদশ দেৱে ভৈলা মহাভয় ॥৩৭৩

ঢাকিলেক দশোদিশ ৰবিৰ কিৰণ ।
দেখি দেৰগণে দুখ কৰিলা বিমন ॥
হাহা যাজ্ঞসেনী আই আমাৰ বাক্যত ।
বিপাকে মৰিলা শিলাবৃক্ষ প্ৰহাৰত ॥৩৭৪
শিলাবৃক্ষ প্ৰহাৰত কিছুকে নভৈলা ।
পৰ্ব্বত সমান কৰি গাৱে পৰি ৰৈলা ॥
গৰুড়ৰ গাৱত পৰয় শিলাচয় ।
ত্ৰিদশ দেৰতাগণে তাক নজানয় ॥৩৭৫
দুইদণ্ড মান শিলাবৃক্ষ প্ৰহাৰিলা ।
বোলে মানুসৰ নাৰী নিশ্চয় মৰিলা ॥
অস্তৰিলা গৰুড় ভৈলেক সুপ্ৰসন্ন ।
প্ৰকাশিত ভৈলা ৰবি বঃয় পবন ॥৩৭৬
উঠিয়া দ্ৰৌপদী ধনু টঙ্কাৰ কৰিলা ।
টোন হস্তে শৰ আনি গুণত জুৰিলা ॥
গৃহক যাইবাক সিতো উত্তম কৰিলা ।
পালতিয়া দেখে পুনঃ আসিয়া মিলিলা ॥৩৭৭
কিনো অদভুত কথা ইটো গুৰুতৰ ।
পৰম দুৰ্জ্জন ইতো নাৰী মনুষ্যৰ ॥
এত শিলা তৰু যাৱে নমৰি ৰহিলা ।
পুনঃ যুজিবাক মনে খেদিয়া আসিলা ॥৩৭৮

অনুমানে জানো কোনো দেৱতাৰ মায়া ।
হেন কি শকতি আছে মনুষ্যৰ জায়া ॥
এহিবুলি ক্রোধ কৰি খেদিয়া আসিলা ।
অনন্তৰে বৰ নাৰী শৰ প্রহাৰিলা ॥৩৭৯
প্রহাৰিলা শৰ তাৰ বল নাজানয় ।
প্রলয়ৰ মেঘ যেন গৰ্জ্জিয়া চলয় ॥
আকাশ ঢাকিয়া শৰপান্ত যাই চানি ।
তাক নিবাৰিলা সিতো শেলপান্ত হানি ॥৩৮০
পুনঃ যাজ্ঞসেনীয়ে শৰক প্রহাৰিলা ।
আৰ্দ্ধ বেৰ্থ কৰি হাসি বচন বুলিলা ॥
মই নাজানোহো একো শৰৰ মহত্ত্ব ।
কোন বেলা কোন শৰ মাৰিবে শকত ॥৩৮১
আপোনাৰ গুণে যেবে দেৱন্ত গাণ্ডীৱ ।
দানব গোটৰ আবে চাৰাওক জীৱ ॥
এতহস্তে শৰপান্ত তাক লগ পাই ।
বাহুৰ মধ্যত বিন্ধিলেক খৰবাই ॥৩৮২
কান্তি হুয়া গিৰিসাই উফৰি পৰিলা ।
বিজ পাৰি যাজ্ঞসেনী হাসিবে লাগিলা ॥
দেখি ইন্দ্রে গন্ধৰ্ব্ব ৰাজাক আদেশিলা ।
দ্রৌপদীৰ সাহ্লাদক অপেশ্বৰী ভিলা ॥৩৮৩

বিমানে থাকিয়া সবে চাপৰি বজাই।
দ্রৌপদীৰ অৱস্থাক বড়াইলেক যাই ॥
চাপৰি বজায় সবে জয় কৃষ্ণ বুলি।
বিমানে আবৰি সবে বৈলা ভৰি পুৰি ॥৩৮৪
সেহিবেলা প্রমথ সকলে চাহি আছে।
আপোন ৰাজাৰ দুখ দেখিলেক পাচে।
বৃক্ষশিলা ধৰি সবে আগবাঢ়ি গৈলা ॥
দ্রৌপদীক চাহি সবে প্রহাৰিবে লৈলা ॥৩৮৫
নাই বুলি বাৱ ভেজি ধনু আজুৰিলা।
গোট গোট কৰি শৰ প্রহাৰিবে লৈলা ॥
কাটন ফুটন শৰ দীঘল ডাঙ্গৰ।
হংস কঙ্ক পাখি চাইবে গাণ্ঠি সুবর্ণৰ ॥৩৮৬
লহ লহ কৰে জিহ্বা সর্পৰ আকাৰ।
আছোক যুজিবো দেখি লাগে চমৎকাৰ ॥
সিংহৰ বিক্রম কৰি শৰ প্রহাৰয়।
ছেদি ভেদি প্রথম ম্লেচ্ছক বিনাশয়।৩৮৭
যেন মত্ত হস্তীক কেশৰী লাগ পাই।
সমস্তকে মাৰি বিনাশয় একে ঠাই ॥
দ্রুপদ নন্দিনী সতী সেইমত ভাৱে।
ম্লেচ্ছ সেনা সব বিনাশিলা একে ঠায়ে ॥৩৮৮

গোটেক নবৈলা তাত সমস্তে মাৰিলা ।
উপায় কৰিয়া হৰি ভাৰ সংহাৰিলা ॥
অপেশ্বৰাগণে দ্রৌপদীক লাগ পাই ।
আনন্দ বঢ়াই দিলা চাপৰি বজাই ॥৩৮৯
ৰঙ্গমন হুয়া দেবী তথাতে আছিলা ।
অনন্তৰে গধূলিকা সময় মিলিলা ॥
ইন্দ্রে আদেশিলা চন্দ্র শুনিয়ো বচন ।
পাঞ্চ ভাইৰ গাৱে কৰা অমৃত সিঞ্চন ॥৩৯০
দ্রৌপদীক অমৃত পায়স খুৱাইয়োক ।
পাঞ্চ ভাইক এক ঠাই কৰি ৰাখিয়োক ॥
বাসবৰ বচন শুনিয়া শূলধৰ ।
অমৃত পায়স আনি ভুঞ্জাইলা সত্বৰ ॥৩৯১
পাঞ্চ পাণ্ডৱক একঠায়ে ৰাখিলন্ত ॥
অপেশ্বৰা সঙ্গে দ্রৌপদীও ৰহিলন্ত ॥
জন্মিজয় বোলে গুৰু মিলিলা সংশয় ।
পিতামহী দ্রৌপদীয়ে সৈন্যক মাৰয় ॥৩৯২
তেবে কালকুঞ্জ বীৰ কোথাত আছিলা ।
পুনৰপি চাপি সিটো ৰণ নকৰিলা ॥
কিবা শৰ ছোটি পাই নিজ ঘৰে গৈলা ।
কিবা তাক অন্তৰিয়া অন্য খানে বৈলা ॥৩৯৩

ইতো কথা গুৰু বাপ কহিয়ো আমাত ।
পিতামহ মহন্তৰ মহিমা সাক্ষাত ॥
হেন শুনি মুনিবৰে কহিবে লাগিলা ।
বজ্ৰাঙ্গৰ জীয়া কালকুঞ্জে বিবাহিলা ॥৩৯৪
মেঘিনীয়ে মহাদুষ্ট মায়াক জানয় ।
তাইৰ ভয়ে দেবাসুৰ থৰতে কাম্পয় ॥
দুই সহস্ৰেক নাৰী সতিনী যাহাৰ ।
সবাৰ উপৰি তাই সুভাগ সুসাৰ ॥৩৯৫
যেহিবেলা কালকুঞ্জে তাইক ক্ৰীৰয় ।
তাই কালকুঞ্জৰ যে অৰ্দ্ধ দেহা হয় ॥
শৰ ঘাৱ পায়া পাচে ম্লেচ্ছ দুৰাচাৰ ।
খানিতেক থাকি গৈলা গৃহে আপোনাৰ ।৩৯৬
গধুলি বেলাত নিজ ঘৰে নপশিলা ।
নাৰীগণ আসিতাক আগবাঢ়ি নিলা ॥
শৰীৰ ঢাকিয়া ৰক্ত বহে ধাৰাসাৰে ।
মহা বেদনাত সিতো নিশ্বাস ফোকাৰে ॥৩৯৭
আৰ্থ বেৰ্থ কৰি পাচে বজ্ৰাঙ্গৰ জীয়া ।
কেন হেন মত ভাৱ তোমাৰে দেখিয়া ॥
সুৰাসুৰে কাম্পে যাৰ মহিমা প্ৰচণ্ড ।
হেনয় জনক কোনে কৰিলেক দণ্ড ।৩৯৮

কতনো শকতি তযু ভ্ৰাতৃক মাৰিলা।
নাজানো কি তাৰ গাৱ বজ্ৰাদি বান্ধিলা॥
কোন বীৰ কোন থান হন্তে আসিলেক।
দেব কি মনুষ্য তাক নজানে প্ৰত্যেক॥৩৯৯
আমাৰ উপৰে ইতো বীৰ উপজিলা।
আমাক তোমাক ভয় তাহাৰ নভৈলা॥
বৈশম্পায়ন বদতি শুনিয়ো নৃপবৰ।
হেন শুনি কালকুঞ্জে দিলন্ত উত্তৰ॥৪০০
বীৰ নুহিকয় সিতো নুহি দেববৰ।
দ্ৰৌপদী নামত তাই নাৰী পাণ্ডবৰ॥
পাঞ্চ পাণ্ডবক আগে আমিয়ে ভুঞ্জিলোঁ।
তাৰ খঙ্গে মোৰ প্ৰাণ ভ্ৰাতৃক মাৰাইলোঁ॥৪০১
কোনোবা দেৱতা কহি আছয় তাহাত।
দেবীৰ শাপত মৃত্যু নাৰীৰ হাতত॥
এতেকেসে আমাক মাৰিবে নিষ্ঠ কৰি।
আতেসে গৃহক মই আইলোঁ বেগ ধৰি॥৪০২
হেন শুনি মেঘী পাচে দিলন্ত উত্তৰ।
এতমান বল সাহ নাৰী মনুষ্যৰ॥
তুমি থাকা প্ৰাণনাথ আমি চলি চাওঁ।
মানুষ নাৰীৰ বল কণ্টিলিয়া চাওঁ॥৪০৩

কথাপাতি দুখ চিন্তাই রজনী বঞ্চিলা।
দেবীবাক্য পুর্ব্বকথা ভার্য্যাত কহিলা॥
শুনি তাই বোলে তুমি ঘরে থাকা ভালে।
মানুষীক খাই মই আসো সোনকালে॥৪০৪
ত্রিদশে নেজানে মায়া জানো যেতমান।
গিলিবাক পাৰোঁ মই ত্রিজগত খান॥
প্রভাতে লরিলা তাই জকমক করি।
ডাকিনীগণর তেবে স্কন্ধে যাই চরি॥৪০৫
অনন্তরে রণ ভূমিখান পাইলেক।
গাণ্ডি মুণ্ড তেজমানে সবাকো খাইলেক।
দুর্গাক স্মরিয়া বর দেই দ্রৌপদীক।
যাহার প্রসাদে আমি ভুঞ্জিলোঁ অধিক॥৪০৬
এহিমতে হাবমুণ্ড চোবারন্তে যাই।
চেলেকি তুলিলা সবে নিরন্তরে খাই॥
কারো পুত্র কারো নাতি কারো প্রিয়পতি।
বিচার নকরি খাই পাপীষ্ঠা দুর্ম্মতি।৪০৭
হুলহুল বুলি তাই আগক ডকাই।
হাওরে লারিকা জীয়া কিসক চোবাই॥
দ্রুপদ রাজার জীক দরিশন পাইলা।
কিল কিল করি সবে তাকিবাক লৈলা॥৪০৮

দে:খি অপেশ্ববাগণে ভয়ত কাম্পায় ।
বিমানে থাকিয়া সবে অন্তৰিয়া যাই ॥
মেঘৌ দেখে পাণ্ডৰী ক্ষত্রিয় বেশ ধৰি ।
স্তিৰি কি পুৰুষ একো চিনিতে নপাৰি ॥৪০৯
ভয়ানক ধনুর্ব্বান দে:খি লাগে ভয় ।
ভালেতো মোহোৰ দেৱৰ ভাক মা:ৰিচয় ॥
সমীপ চাপিয়া পাচে মাটিত নামিলা ।
তাইক দেখি দ্রৌপদীৰ হৃদয় কম্পিলা ॥৪১০
কিনে' ই.ভা ৰাক্ষসী মোশেক খাইবে জানো
ইহাৰ গাৱক দেথি বৰ ভয় মানো ॥
সেহিবেলা তাই পা:চে বচন বোলয় ।
শুনৰে মানুষী নকৰাহা কাকো ভয় ॥৪১১
কোন গোটে তোৰ গাৱ বজ্রে বান্ধিলে
ভালমতে মই আজি তোক দেওঁ সেক
দ্রৌপদীৰ সন্নিত্ত চাপিলা খেদি যাই।
দেখা পাণ্ডৰীৰ কেনে মিলিলা সংশয় ॥3
হেন জানি ভজিয়ো কৃষ্ণৰ চুচৰণে ।
কৃষ্ণ বিনে সংশয় খণ্ডাইবে পাৰে কোণে ॥
মহন্তৰ তুখ দেখা ঈশ্বৰ ইচ্ছাত ।
আন সাজাত্তক কষ্ট দিলে অভিজ্ঞাতো ॥৪১৩

ইহলোকে পৰলোকে হৰি সে বান্ধব।
পাণ্ডবৰ দুখ যত গুছায়ো মাধৱ ॥
শুনা সভাসদ পদ মনিচন্দ্ৰ ঘোষ।
মিলয় মুকুতি সুখ হৰে কলি দোষ ॥৪১৪
মহন্ত পাণ্ডবে বৈশ্য কৰিছে হৰিক।
বৈষ্ণবক দেখে হৰি প্ৰাণতো অধিক ॥
ভজিলে মাত্ৰকে প্ৰভু ধৰে মোৰ বুলি।
এহিজানি কৃষ্ণ পাবে ভজিয়ো সমূলি ॥৪১৫
মই মহা দীন হীন অধম পামৰ।
মোক পৰিত্ৰাণ কৰা প্ৰভু গদাধৰ ॥
বদতি ভাৰতচন্দ্ৰে মুকুন্দ কিঙ্কৰ।
ক্ষমা বঢ়া ত্ৰুটী দোষ মই অধমৰ ॥৪১৬
কৰযোৰ কৰি কৰোঁ বৈষ্ণবক স্তুতি।
অগধ্য গহন কথা আমি অল্পমতি ॥
পদ ৰচনাত দোষ মোৰ যিতো হয়।
মহাজন সবাৰণে ক্ষমা নুগুছয় ॥৪১৭
শাস্ত্ৰে কহে মহন্তৰ ক্ষমাত সাধন।
এতেকেসে মোৰ দোষ ক্ষমা সৰ্ব্বজন ॥
আজি কালি কিবা কৈত মিলয় মৰণ।
কৃষ্ণৰ অভয় পদে পশিলো শৰণ ॥৪১৮

ভেজা তাৰভুষ যত বিষয়ৰ কাম।
খণ্ডোক আপদ ডাকি বোলা ৰাম ৰাম ॥৪১৯

---

## ঝুমুৰি।

অনন্তৰে যাজ্ঞসেনী, আছিলন্ত মনে গুনি।
কিনো মোৰ ভৈলা কষ্ট, স্বামী সব ভৈলা নষ্ট।
লাজ কাজ এৰিলোহোঁ, শৰ ধনু ধৰিলোহোঁ।
মাৰিলোহোঁ ম্লেচ্ছগণ, ভুতদায়া কৰি চন ॥৪২০
কাটন মাৰণ ধৰ্ম্ম, ক্ষত্রিয়ৰ নিজ কৰ্ম্ম।
নিৰ্দ্দয়া স্বৰূপ হুয়া, কাতি মাৰি বশ্যকায়া।
তাসম্বাৰ এহিবন আমি নাৰী অল্পজন।
স্বামী সেবা মাত্র কাজ, থাকিবেক গৃহ মাজ ॥৪২১
ভুতদয়া নাছাৰিবো, স্বামীৰ সেবাত ৰৈবো।
পুত্ৰৱতে প্ৰজাগণ, পালিবেক ৰঙ্গমন।
অন্তকালে স্বামী পদে, অনুগামী যাই ৰঙ্গে।
স্বামীৰ সঙ্গত মন, নযাই যিতো নাৰীজন ॥৪২২
পুংচলিৰ জনা কাৰ্য্য, হাসিবেক সবে ৰাজ্য।
স্বামীত নাহিকে ভাৱ, ইতো নৰকভাগী ঠাৱ।
হাঁ বিধি কি কৰিলা, শাস্তিধৰ্ম্ম বিনাশিলা।
মিলিলা মৰণ মোৰ, আইলা ৰাক্ষসিনী ঘোৰ ॥৪২৩

এইক আবে কি কৰিবো, কেনমতে বিনাশিবো ।
পলাই সাৰিবে টান, ধৰিবেক বিদ্যমান ।
এক গৰাসতে খাইবো, হাবে মুণ্ডে চোবাইবো ।
লোকত কীৰিতি ৰৈবো, মহাকুখ্যাতিও হৈবো । ৪২৪
যি হৌক সি হৌক ভাগে শৰ প্ৰহাৰিবে লাগে ॥
মায়াবী ৰাক্ষসী জাতি, কৰিবেক মায়াআতি ।
নিগদতি মুনিবৰ, এহিবুলি ধনুশৰ ॥
ধৰিলেক বৰনাৰী, প্ৰচণ্ড আটাস পাৰি । ৪২৫
কৃষ্ণ কৃষ্ণ উচ্চাৰিয়া, ঘোৰবান প্ৰহাৰিলা ॥
তিশাল বিষাল বান, ছুইলে মাত্ৰ হৰে প্ৰাণ ।
হেনবান হানিলেক, হৃদয়ত পৰিলেক ॥
উফৰি পৰিলা শৰ, ভয়ভৈলা নিৰন্তৰ । ৪২৬
আৰু পাত প্ৰহাৰিলা, সিয়ো পৰি নাশ ভৈলা ॥
দ্ৰৌপদীক খেদি গৈলা, যাজ্ঞসেনী ভয় ভৈলা ।
হৰাইলা চুকতি জ্ঞান, নৰহয় যেন প্ৰাণ ॥
মনে দৃঢ় কৰিলন্ত, ধনুধৰি তুলিলন্ত । ৪২৭
সন্নিভট ভেট পাই, উপৰক তুলি চাই ॥
কৰকৰি চোবাই দান্ত, যেন ভেলিয়াৰ জান্ত ।
মাথাত কামোৰ দিম, মৰমৰি চোবাইনিম ॥
এহিমতে দৃঢ় কৰি, খেদি পাইলা বেগধৰি । ৪২৮

যাজ্ঞসেনী দেখি হেন, মহাভয় কৰি মন।
দুইহাতে তুলি ধৰি, দিলে কোব্‌টান কৰি ॥
গিৰিসাই পৰিলেক, মহাশব্দ উঠিলেক।
জিনিলা দ্রৌপদী নাৰী, ৰাক্ষসিনী গৈলা মৰি। ৪২৯
শুনিয়োক সভাসদ, বনপৰ্ব্ব পূৰ্ণপদ।
পুৰ হৈবো মনস্কাম, পুৰিবো আপদ দাম ॥
জুমুৰি ভাৰতচন্দ্ৰে, বিৰচিলা পদবন্ধে।
তেজি বিষয়ৰ কাম, ডাকি বোলা ৰাম ৰাম। ৪৩০



## পদ।

বৈসম্পায়ন বদন্তি শুনিয়ো নৃপবৰ।
মায়াবী ৰাক্ষসী তাই মায়াত প্ৰখৰ ॥
ছিদ্ৰচাই মক্ষিকাৰ শৰীৰ ধৰিলা।
নাশাপথে বেগধৰি গৰ্ভত পশিলা ॥ ৪৩১
উপদ্ৰৱ কৰিবে লাগিলা গৰ্ভেপশি।
তেজ মাংস খাইবেক লাগিলা ৰাক্ষসী ॥
পীৰাপাই দ্ৰৌপদী উক্তৰি পৰিলন্ত।
ত্ৰাহিকৃষ্ণ বুলি সতী মূৰ্চ্ছিতা ভৈলন্ত ॥ ৪৩২

কতোবেলি মূৰ্চ্ছা গৈয়া পৰি ৰহিছিলা।
চেতন লভিয়া কৃষ্ণ বুলি ডাকদিলা ॥
দ্ৰৌপদীৰ কাৰুণ্যত দেব সনাতন।
চক্ৰধৰি গৰ্ভত পশিলা তেতিক্ষণ ॥ ৪৩৩
দেখন্ত মাধবে দ্ৰৌপদীক বেঢ়ি খাই।
চক্ৰধৰি হৰি পাচে দেখিলন্ত যাই।
ৰাক্ষসী দেখিয়া চক্ৰ পৰম প্ৰচণ্ড।
এতিক্ষণে মোহোক কৰিবো খণ্ড খণ্ড ॥ ৩৩৪
মহাভয়ে ৰাক্ষসী বজাইলা বাহিৰত।
উঠিলেক দ্ৰৌপদী কৃষ্ণৰ প্ৰসাদত ॥
বোলে যাজ্ঞসেনী ক্ৰোধে ধৰি ধনুশৰ।
ৰাক্ষসীক মাৰি দুখ এৰাইবো সত্বৰ ॥ ৪৩৫
এহিবুলি ধনুধৰি কৃষ্ণ সুমৰিলা।
পৰম প্ৰচণ্ড বেগে ক্ৰোধিয়া ৰহিলা ॥
দুৰ্জ্জয় গাণ্ডীব ধনু ধৰি বৰনাৰী।
অক্ষয় টোনত শৰ নপাৰে বিচাৰি ॥ ৪৩৬
পাচে এক গোট শৰ উপৰে উঠিলা।
যিতো বান অমৃত মথন্তে উপজিলা ॥
অসোধনে অৰ্জ্জুনৰ টোনত আছয়।
তাহাৰ মহিমা ধনঞ্জয় না জানয় ॥ ৪৩৭

মায়াৰূপী শৰ সিতো ত্ৰিবিধ আকাৰ।
দৃঢ় দেহা ধৰি আছে পৰম দুৰ্ব্বাৰ ॥
শুনি জন্মিজয় কৰযোৰে পুছিলন্ত।
কহিয়োক গুৰুবাপ তাহাৰ বৃত্তান্ত ॥ ৪৩৮
কৈত পাইলা সিতো শৰ পৰম দুৰ্ব্বাৰ।
কিয় পিতামহে সিতো নাজানয় শৰ ॥
ইহাক শুনিবে আতি মনত উৎসৱ।
আৰ আদিঅন্ত কথা কহিয়ো বান্ধৱ ॥ ৪৩৯
হেন শুনি মুনিবৰে কহিলা তাহাক।
দেবদৈত্য গৈলেক সাগৰ মথিবাক ॥
মথিলা সাগৰ সবে দ্ৰব্য উপজিলা।
ভাগে ভাগে বস্তু সবে দেবগণে নিলা ॥ ৪৪০
ঐৰাবত হস্তী আৰ উচ্চৈশ্ৰবা হয়।
উপজিলা পাৰিজাত পুষ্প অতিশয় ॥
তাত পাচে অপেশ্বৰা সব উপজিলা ॥
ত্ৰিবিময় শৰপাত লগতে উঠিলা ॥ ৪৪১
কালমুখী শৰপাত পৰম সুন্দৰ।
অপেশ্বৰা পাচে বাজ ভৈলেক সত্বৰ ॥
স্বৰ্গৰ ভূষণ যত দিব্য কন্যাগণ।
বাসবে নিলন্ত তাক কৰি ৰঙ্গমন ॥ ৪৪২

কালমুখী অস্ত্রবৰ অল্প দেখি মনে।
তাক বাঞ্চা নকৰিলা একো দেৱগণে ॥
ব্ৰহ্মাক উপেক্ষি বহি আছে সেহি থানে।
অগনি খুজিয়া পাচে নিলা সেহিবানে ॥ ৪৪৩
কতো কাল মান বহ্নি থানত আছিলা।
অনন্তৰে কলিযুগ আসিয়া মিলিলা ॥
অগনিয়ে অৰ্জ্জুনক ধনুটোন দিলা।
সেহিবান পাচে অগ্নিদেৱে পাসৰিলা ॥ ৪৪৪
অৰ্জ্জুনৰ আগে নকহিলা ভাবগুণ।
কৃশ হৈয়া টোনে পশি আছয় আপোন ॥
একোথানে প্ৰস্তাৱ নকৰে ধনঞ্জয়।
নিৰকুল ৰূপে বান টোনত আছয় ॥ ৪৪৫
মায়াময় শৰ সিতো মহিমা অদ্ভুত।
সামান্য মানিয়া নামাৰয় কুন্তীসুত ॥
টোলহস্তে বাজ হৈয়া উঠিয়া আসয়।
দেখি যাজ্ঞসেনী তাক ধৰিলা নিশ্চয় ॥ ৪৪৬
বৈসম্পায়ন বদন্তি শুনিয়ো মহাবাহু।
সেহিবেলা ৰাক্ষসী ধৰিলা নিজকায় ॥
মায়াকৰি জগতক গিলিয়াক মনে।
ধৰিলেক নিজৰূপ তাই তেতিক্ষণে ॥ ৪৪৭

পাতালক লাগি ভাই বেষ্টগোষ্ঠ যাই ।
দশোদিশ জিনি বেগে শৰীৰ বঢ়াই ॥
বিকট দশন যেন শালবৃক্ষ প্রায় ।
অগ্নি সমান আক্ষি চাহন নযাই ॥ ৪৪৮
আতিৰৰ বেসে ভাই বৰ আসবিস ।
কোনখানে যাইবে দেখে নাপায়ন্ত দিশ ॥
চন্দ্রসূর্য্য নিজতাপ এৰি অস্তমিলা ।
ভয়ে নৱগ্ৰহসব অন্তৰিয়া গৈলা ॥ ৪৪৯
কৰপাৰ ৰহিলেক দিগ্‌গজ সকল ।
নৰহয় ধৰণী কৰয় ডলবল ॥
টলপল কৰে সব পৰ্ব্বত সকল ।
উঠি উঠি যাই সাগো সাগৰৰ জল ॥ ৪৫০
দ্রৌপদীৰ মনত মিলিলা মহাভয় ।
সসাগৰা মহীসমে আমাক গিলয় ॥
স্বৰ্গএৰি পলাই গৈলা দেৱতা সমস্ত ।
একালসবে মই কিবা কৰিবো শকত ॥ ৪৫১
হে কৃষ্ণ ! তুমি বিনে পৰিত্ৰাণ নাই ।
গৰ্ভত ৰাখিলা মোক ৰাক্ষসীও খাই ॥
নাজানোহো মই একো শৰৰ মহত্ব ।
কোন বেলা কোন পথ মাৰিবে শকত ॥ ৪৫২

তথাপিতো এহি শৰপাত হাতে পাই ।
ইহাক হানিবো আজি বাঙ্কসীক লই ॥
এহিবুলি বানপাত ধৰি তেতিক্ষণে ।
কৃষ্ণৰাম হৰি স্মৰস্ত মনে মনে ॥ ৪৫৩
গুণত লগাইলা মাত্র আৰ্থবেৰ্থ কৰি ।
বাঢ়িবে লাগিলা আতি দিব্যমূৰ্ত্তি ধৰি ॥
মেৰু পৰ্ব্বতৰ সম হৈলা কলেৱৰ ।
গাঠি গাঠি জিকি পাবে হীৰা মানিকৰ ॥ ৪৫৪
বস্ত্ৰ বিৰঞ্চিত তাত মুগুৰা আৰিলা ।
কঙ্কপক্ষী চাঁয়া তাত বিশিষ্ট বহিলা ॥
প্ৰবন্ধে গড়িলা তাত দুইখানি হাত ।
এহিমতে সজাইয়া বহিলা তথাত ॥ ৪৫৫
তিশাল বিষাল খাণ্ডা দুইহাতে দিলা ।
বিষময় মুখগোট পাচেসে সাজিলা ॥
বেথাৰূপে খাণ্ডা যেন তাহাত থাকয় ।
বাৰিধাৰ বেলা মহা প্ৰচণ্ড হোৱয় ॥ ৪৫৬
মেৰু মন্দাৰৰ সম হৈলা কলেৱৰ ।
দুইখান খৰ্গ যেন ত্ৰিশূল দুবৰ ॥
চাহিবে নপাৰি আতি দেখিলাসে ভয় ।
আজি গচি আছে যেন দেখিতে ভেময় ॥ ৪৫৭

তাহাৰ ভৰক নসহয় মহীখণ্ড ।
প্ৰকাশ কৰয় যেন আদিত্য প্ৰচণ্ড ॥
অনন্তৰে বাহুমেলি দিগ্‌গজ বহিলা ।
নাগলোক ভৰাসয় ভয়ে চমকিলা ॥ ৪৫৮
জোণ্টাজুন্টি হুয়া সবে ভৈলা একাকাৰ ।
দৈত্য দানবৰ ভয় মিলিলা তাজৰ ॥
সাত সাগৰত ঘোৰ ঢউ উথলিলা ।
পৃথিবী ফাটিয়া ঘোৰ জল নিকলিলা ॥ ৪৫৯
মৎস্য যে মগৰ শিহু ঘৰিয়াল যত ।
মৰিলা সকল সব ঢউৰ কোবত ॥
স্বৰ্গচাৰি যাই ব্ৰহ্মা দেশৰ অন্তত ।
লাগিলা চমক সব শৰৰ মহত্ত্ব ॥ ৪৬০
ঋষিয়ে বোলন্ত শুনিয়োক জন্মিজয় ।
হেন অদ্ভুত শব্দ নতু দেখা নাই ॥
মহাভৰে ধৰণী সম্যক যাই তল ।
দ্ৰৌপদীও পৰম আক্ৰান্তে দিলা বল ॥ ৪৬১
বামভৰি আগকৰি ডাহিন পাচত ।
ভূমি থিৰ নোহে বল নপায়ে গাৱত ॥
তথাপিত্তো মহাটান কৰি বল দিলা ।
আটাসেক দিয়া দেৱী শৰ প্ৰহাবিলা ॥ ৪৬২

মূর্ত্তিমন্ত শৰ সিতো লখ্য মাত্র পাই।
বায়ুত অধিক কৰি আপুনি ছলয় ॥
সুবাসুৰ লোকে বোলে মিমিলা প্রলয়।
কোহো কোহো বোলে নুহি ভূমি উলটয় ॥ ৪৬৩
এহিমতে আকাশ চানিয়া বহি যাই।
কতোবেলি ৰাক্ষসী নাৰীক লাগ পাই ॥
আকতুল্য ভয়ানক ক'তো দেখা নাই।
দুইখান খাণ্ডাধৰি কাতিয়া পেলাই ॥ ৪৬৪
পর্ব্বত সমান একো ভোগৰ ছেদিলা।
দুই দণ্ডমানে সিতো ৰাক্ষসী পৰিলা ॥
গিৰিসিত কৰি ধৰণীত পৰি গৈলা।
যোলহাত মান মহী নিম্ন হুয়া বৈলা ॥ ৪৬৫
পৰিলা ৰাক্ষসী মুণ্ড চাণ্ডিবে লাগিলা।
বায়ুবেগে গৈয়া শৰে সাগৰে স্নানিলা ॥
পুনৰূপি অর্জ্জুনৰ টোনত নাসিলা।
ব্রহ্মাৰ থানত গৈয়া উপেক্ষি ৰহিলা ॥ ৪৬৬
শৰবৰ হানি পাচে দ্রুপদ নন্দিনী।
কাতিমাৰি বিন্ধাপিলা পিশাচ ঘুণ্ডনী ॥
শোনিতৰ কত নদী বহে সেই ঠাই।
দ্রৌপদীৰ মহিমাক কহন নযাই ॥ ৪৬৭

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
যাজ্ঞসেনী দেববাক্যে ভথাতে আছয় ॥
চুকতি লভিয়া দেবী জিযাই বহিলা ।
দেবতা সকলে মাথে পুষ্প ববিষিলা ॥ ৪৬৮
সাধু যাজ্ঞসেনী নোহে মানুষৰ নাৰী ।
মহামায়া দেবী আসি আছে অবতবি ॥
এতেকেসে যজ্ঞমণ্ডপত বাজ হৈলা ।
দেবকার্য্য সাধিবাক নৰবেশে আইলা ॥ ৪৬৯
এহিবুলি দেবসব ভথাতে আছয় ।
শুনিয়োক কথা পাচে ৰাজা জন্মিজয় ॥
মেঘি পিশাচীক পাচে দ্রৌপদী মাৰিলা ।
সুৰাসুৰ লোকত যে হৰিষ মিলিলা ॥ ৪৭০
কালকুঞ্জে শুনি তাৰ ভাৰ্য্যাৰ মৰণ ।
সৈন্যসব আগকৰি লৰিলা তেখন ॥
ভাৰ্য্যা ভ্ৰাতৃ মাৰিলেক মই কি কৰিবো ।
মানুষ নাৰীক মাৰি মাস্তক সাধিবো ॥ ৪৭১
এহিবুলি শেল শূল পৰিঘক ধৰি ।
মাৰ মাৰ কৰি আসিলেক ভৰাতৰি ॥
শোকে দুখে আসি পাচে ভথাতে মিলিলা ।
ক্রোধমনে দ্রৌপদীক বুলিবে লাগিলা ॥ ৪৭২

হাওঁৰে মানুষী তই কিকাম কৰিলি।
ভাৰ্য্যা ভ্ৰাতৃমাৰি তই ষশক লভিলি ॥
মোহোৰ হাতত তই যাইবি কোন ঠাই।
ত্ৰিদশ দেৱৰ আৰে মুখে দিওঁ চাই ॥ ৪৭৩
যাজ্ঞসেনী বোলে অৰে পিশাচ দাৰুণ।
আমাসাক হেন বানী বোলা কোনগুণ ॥
ভাৰ্য্যা ভ্ৰাতৃ মাৰিলোহো তোৰ নাই লাজ।
তোহোক মাৰিবো আজি বুৰু মায়েৰ কাজ ॥৪৭৪
এভো প্ৰতি প্ৰতি বোলো গৃহ লাগি চল।
আপুনাৰ ঘৰে যাই ৰহিয়ো নিশ্চল ॥
হেন শুনি কালকুঞ্জ ক্ৰোধে কম্পিলেক।
তেতিক্ষণে দ্ৰৌপদীক শেল হানিলেক ॥৪৭৫
দ্ৰৌপদীয়ো নৰাচ হানিলা ধৰি বেগে।
হানা শেলগোট বিনাশিলা সেহি ছেগে ॥
সেহিবেলা দানৱে হানিলা পৰিঘক।
দ্ৰৌপদীও হানিলা যে ঘোৰ ত্ৰিকণ্টক ॥৪৭৬
কণ্টকে পৰিঘে এক ঠাই ভৈলা দুই।
ধৰণীত পৰিলেক খণ্ড খণ্ড হুই ॥
দেখি ম্লেচ্ছগোটে খড়্গে মুণ্ড আস্ফালয়।
তিৰি গোটে ছেন্ন মহা বিবস্তু কৰয় ॥৪৭৭

শেল পৰিঘাক নষ্ট কৰিলা আমাৰ ।
আছে আৰু শূলপাত ত্ৰিভুবন সাৰ ॥
মহেশ্বৰে আমাক দি আছে দয়াওৰে ।
হৰৰ ত্ৰিশূল যেন হোৱে ধাৰে সাৰে ॥৪৭
এহি যদি নষ্ট যাই মোহোৰ মৰণ ।
মানুষী নাৰীৰ ভেবে সাম্ফল জীবন ॥
এহিবুলি দেবদেবী দুইকো সুমৰিলা ।
আকাশক চাই যেন শূল প্ৰহাৰিলা ॥৪৭৯
লৰিলা ধৰণীখান তলবল কৰি ।
দেবাসুৰ নৰ ভয়ে গৈলা ডৰাডৰি ॥
দেখি যাজ্ঞসেনী ভয়ে ভৰাসিয়া গৈলা ।
কিবা কৰিবেক মনে গুণিবাক লৈলা ॥৪৮০
দেবগণে বোলে আজি সমূলে বুৰয় ।
দানবৰ শূলঘাৱে দ্ৰৌপদী মৰয় ॥
হেন দেখি বৰনাৰী টোনত চাহিলা ।
নিবিত্তিৰ বানগোট আজৰি আনিলা ।৪৮১
শূলপাত আসে খেদি পায়া মহাভয় ।
ভকৰ ভকৰ কৰি অগনি জ্বলয় ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মিয়াছে বচনে হৰৰ ।
বজ্ৰলোহাৰ মুখ দেখি লাগে ডৰ ॥৪৮২

লহ লহ কৰে যেন দূৰন্তে গিলয় ।
তাক দেখি কোন বীৰে নকৰিবে ভয় ॥
সুবৰ্ণ মানিকে তাৰ কৰিয়াছে কাম ।
চিকিমিকি কৰে ভাত নাহিকে উপাম ॥৪৮৩
হেন শূলপাত আসে আকাশক চানি ।
চাৰিও দিশক চানি বজ্ৰাৰে অগনি ॥
দেখি যাজ্ঞসেনীয়ে হানিলা বাণ গোট ।
ত্ৰিভুবন নসহে যাহাৰ মহাচোট ॥৪৮৪
বিস্বাদ শবদে শৰপাত খেদি যাই ।
আকাশ মধ্যত শূলপাত খেদি পাই ॥
তিনি খণ্ড কৰি কাতি পেলাইলা মহীত ।
দেখি ম্লেচ্ছপতি আতি ভৈলা ভয়ভীত ॥৪৮৫
বোলে মোৰ মৃত্যু আসি ভৈলা উপসন্ন ।
নিশ্চয় ফলিলা মহাদেবীৰ বচন ॥
শেল পৰিঘ আৰু শূল নাশ ভৈলা ।
মন্ত্ৰহীন মোহোৰ শকতি দূৰে গৈলা ॥৪৮৬
এইক মাৰিবে একো উপায় নপাইলোঁ ।
বলে ধৰি মাৰো মোৰ শত্ৰুক উঘালোঁ ॥
এহিবুলি বেগধৰি খেদিয়া আসিলা ।
ধৰিবাক আসে দেখি দ্ৰৌপদী ডৰিলা ॥৪৮৭

আথেবেথে কবি শৰ হানিলা অনেক ।
তাক নগণিয়া সিতো আসয় প্রত্যেক ॥
হৰাইলা চুকতি যাজ্ঞসেনীৰ গাৱত ।
ধনুখান তুলি ধৰি লৈলেক হাতত ॥৪৮৮
খেদি আসি অসুৰে সমীপ যেবে পাইলা ।
ধনু ধৰি পাচে এক কোবক বসাইলা ॥
ধৰিবাক মনে হাত মেলিবে খুজিলা ।
প্রচণ্ড কোবত তাৰ দুইহাত ভাঙ্গিলা ৪৮৯
পুনঃ তাক লৰিবে নেদিলা ধৰনাৰা ।
ভাঙ্গিলেক মুণ্ডগোট আউৰ কোব মাৰি ॥
মুণ্ডভাঙ্গি গৈলা সিতো উফৰি পৰিলা ।
খানিতেক থাকি যমপুৰে চলি গৈলা ॥৪৯০
পর্ব্বত আকাৰ দেহা তাৰ পৰিলেক ।
সুৰাসুৰ লোকে তাক দেখিলা প্রত্যেক ॥
বৈসম্পায়ন বদতি শুনিয়ো নৃপবৰ ।
অদ্ভুত মহিমা সিতো দ্রুপদ জীয়াৰ ॥৪৯১
মাৰিলেক ম্লেচ্ছ সব ভাৰ পৃথিবীৰ ।
থাকিলা কীৰিতি সিতো পাঞ্চালী দেবীৰ ॥
দেবলোকে প্রশংসন্তে বোলয় বচন ।
মাথে পুষ্প বৰিষিলা সিদ্ধ মুনিগণ ॥৪৯২

ইন্দ্র চন্দ্র বায়ু বহ্নি কুবেৰ বৰুণ।
অশ্বিনীকুমাৰ আৰু অষ্টবসুগণ ॥
সবে আসি কণ্ডো দূৰে ৰৈলা আলাগতে।
দ্রুপদ জীয়াক সবে প্রশংসি সন্তভে ॥৪৯৩
যাজ্ঞসেনী নাৰী যেবে ৰণজয় ভৈলা।
অনন্তৰ দেৱৰাজে বুলিবাক লৈলা ॥
শুনিয়োক আই কৰিলাহা উপকাৰ।
তিনিয়ো লোকৰ দুখ গুচাইলা সবাৰ ॥৪৯৪
লোৱা বৰ দেওঁ যিতো মনে আছে ইচ্ছা।
গুৰুতৰ কৰ্ম্ম তুমি আপুনি কৰিছা ॥
প্রণাম কৰিয়া পাচে অৱনত ভাৱে।
ধীৰে ধীৰে ৰৰনাৰী মাতে সেহি ঠাৱে ॥৪৯৫
তোমোৰা দেৱতা সব পৰ উপকাৰা।
আমি বনৱাসী আৰু অনাথিতি নাৰী ॥
পাঞ্চজন পাণ্ডৱ জীয়োক দিয়া বৰ।
এহিমানে তোমাসাক কৰোহোঁ কাতৰ ॥৪৯৬
আনবৰ আমাক কিসক লাগিচয়।
সবে বৰ পাওঁ তেৱে পাণ্ডৱ জীৱয় ॥
জীয়োক পাণ্ডৱ বুলি ইন্দ্রে বৰ দিলন্ত।
অশ্বিনীকুমাৰ দুইকো আদেশ কৰিলা ॥৪৯৭

মহা ঔষধীক দিল। বিশল্য করণী।
পাণ্ডব শরীর ভেদি বাহিলেক চানি ॥
ঢালিলা অমৃত বৃষ্টি সবার গাত্রত।
সুস্থ হয়া উঠি উঠি বসিলা তথাত ॥৪৯৮
যেন নিদ্রা জাগিয়া উঠিলা শয়নব।
বিষনাশ করিলেক অশ্বিনী কুমার ॥
বজ্রময় দেহা আতি অষ্টগুণে বল।
কৃষ্ণ কৃষ্ণ সুমরিয়া রহিলা কেবল ॥৪৯৯
দেবাঙ্গ বসন বজ্রময় অলঙ্কার।
দ্রৌপদীক দিলা ইন্দ্রে করিলা সৎকার ॥
যুধিষ্ঠির নৃপতিক সুবুলি বচন।
আপুনার থানে চলি গৈলা দেবগণ ॥৫০০
দ্রৌপদীয়ো পাঞ্চ পাণ্ডবর সন্নিভত।
রহিয়াছে মহাসুখ করিয়া মনত ॥
জিলা পাঞ্চপতি মোর খণ্ডিলা লিকার।
এহিবুলি বরনারী হরিষ অপার ॥৫০১
দেবতার বরে দেবী অধিকে জ্বলন্ত।
যুধিষ্ঠিরে ঘনে ঘনে তাহাক চাহন্ত ॥
পাঞ্চবীর বসিয়া আছন্ত রাজসনে।
কৃষ্ণ কৃষ্ণ নাম সুমরন্ত মনে মনে ॥৫০২

অনন্তৰে যুধিষ্ঠিৰে বোলয় বচন ।
কোন থানে আমি আহি আছো কোন বন ।
যেন কতো কালনিদ্ৰা কৰিয়াছো দুখে ।
জাগিয়া আছোহোঁ দেখো আমি বৰ সুখে ॥৫০৩
কহিয়োক জানা সবে ইহাৰ কাৰণ ।
আমাৰ বৃত্তান্ত যেন কহিয়ো লক্ষণ ॥
অৰ্জ্জুনে বোলন্ত নজানোহো আৰ কাজ ।
আমাৰ বিপত্তি যেন ভৈলা মহাভাগ ॥৫০৪
ইহাৰ কাৰণ জানে দ্ৰুপদ জিয়াৰী ।
আনে ভালমন্দ কিছো কহিতে নাপাৰি ॥
ঋষিয়ে বোলন্ত জানা ৰাজা অগ্নিজয় ।
ভকতৰ মৃত্যু আৰে কোথাতে আছয় ॥৫০৫
পাণ্ডৱৰ কষ্ট দুখ খণ্ডিলাহা হৰি ।
ভকতক ৰাখি ফুৰে মহা যত্ন কৰি ॥
হেন জানি কৃষ্ণপায়ে কৰিয়ো ভকতি ।
হৰি বিনে আন কেয়ে নপাবয় গতি ॥৫০৬
শুনা সভাসদ পদ বৈষ্ণব চৰিত ।
ইসে সুখ দিবে জানা দুৰ্ঘোৰ কলিত ॥
যিতো বিষয়ৰ আসে নভজে হৰিক ।
কালে উকৱাই নিব অপেক্ষিব কিক ॥৫০৭

ধনজন দিয়া তেবে কৰিব ৰক্ষণ ।
মই বৰ মান্নুষ বুলিয়া গৰ্ব্বমান ॥
সিতো গৰ্ব্বচুৰ হৈব ছুতৰ হাতত ।
ধনজন সবে পৰি ৰব ইথানত ॥৫০৮
হেনজানি নৰলোক হৰিক ভজিয়ো ।
বিষয়ৰ লতপত দুৰত তেজিয়ো ॥
পৰম বান্ধৱ জানা মাধৱৰ নাম ।
তাতে বৈষ্ণৱৰ নাম গোৱা অবিশ্ৰাম ॥৫০৯
জানিয়া যতনে তৰিবাৰ কৰা কাম ।
লাগোক পাপত জুই বোলা ৰাম ৰাম ॥৫১০

---

## দুলৰি ।

নিগদতি মুনি শুনা জন্মিজয়,
যেন কথা ভৈলা পাচে ।
যুধিষ্ঠিৰ ৰাজা এক মন কৰি
দ্ৰৌপদীক চাহি আছে ॥৫১১
অল্প অল্প কৰি কৃষ্ণক স্মৰি
কুন্তী সুত ধৰ্ম্ম [ ৰাই ।
বোলন্ত দ্ৰৌপদী কহিওক কেন
আমাত কথা বুজাই ॥৫১২

শুনি যাজ্ঞসেনী যমক দেখিয়া
শোকে বিয়া কুল ভৈলা।
দুখক সুমৰি মকমকি কৰি
কান্দিবে দেবী লাগিলা ॥৫১৩
চাৰিও ভাতৃৰ নয়ন সজ্জল
দ্রৌপদীৰ দেখি দুখ।
যুধিষ্ঠিৰ ৰাজা ঘূৰি ঘূৰি চায়ে
চাৰিও ভাতৃৰ মুখ ॥৫১৪
কতো বেলিমানে কান্দিবৰ নাৰী
মুখ আখি মুচিলন্ত।
পূৰ্ব্বাপৰ যত বৃত্তান্ত সকল
কহিবাক লাগিলন্ত ॥৫১৫
বদন্তি দ্রৌপদী আজি সাত দিন
মৰি আছা পাঞ্চ ভাই।
তোমাৰ মৰণে আমাৰ বিলাই
কোনে কহি অন্ত পাই ॥৫১৬
এহি ম্লেচ্ছ দেশ পৰম দাৰুণ
আছে ভাত দুই ভাই।
যম কাল কুঞ্জ শোষক কনিষ্ঠ
বলে সমশৰ নাই ॥৫১৭

দেব মনুষ্যত অবধ্য শৰীৰ
দুৰ্গাৰ বৰত আতি।
প্ৰহৰেক পন্থ ক্ষাত্তে ঢুকি পায়
তেজ খাই ক্ৰূৰ মতি ॥৫১৮
তোমাৰ পাঞ্চক শুষি খাইলেক
অনাথিনী ভৈলো আসি।
পাপীষ্ঠ ৰাক্ষসে মোহোক নখালে
ভৈলো মই অধোগামী ॥৫১৯
আমাক নিবাক তাৰ দুই ভাই
আসিলেক কাচি পাৰি।
গাৱৰ শকতি দিলোহোঁসৰৰ
নপাইলে মোক বিচাৰি ।৫২০
এক বৃক্ষতলে বসিয়া আছিলোঁ
দুখৰ নাহিকে অন্ত।
কবচ সন্নাহা সহিতে তহিত
আকাশ বাণি ভৈলন্ত ॥৫২১
গাণ্ডীব ধনুক ধৰি বৰ নাৰী
ম্লেচ্ছৰ সৈন্য মাৰিও।
তোমাৰ স্বামীক আমি জীয়াই দিবো
দেৱৰ কাৰ্য্যক সাধিও ।৫২২

শুনিওক আই হেলা পৰিহৰি
দেবৰ বচন কৰা।
স্ত্রীৰ হাতত তাহাৰ মৰণ
বিলম্বক পৰিহৰা ॥৫২২
ইন্দ্র আদি কৰি সকলে আসিয়া
ভাৰ্য্যা গণ সঙ্গে কৰি।
অপেশ্বৰাগণ ৰহিলা বিমানে
তোমাক সবে আবৰি ॥৫২৪
তাসম্বাৰ বাক্য নমস্কাৰ কৰি
গাণ্ডীব ধনু ধৰিলোঁ।
দেবৰ বৰত বল পৰাক্রম
সমস্ত মই লভিলো ॥৫২৫
অসংখ্য হাজাৰ ম্লেচ্ছক বিনাশ
কৰিলোহোঁ এহি ঠাই।
সৈন্য বধ শুনি ৰজাই আসিলা
দানবৰ সক ভাই ॥৫২৬
বৃক্ষ শিলা হানি আমাক বধিবে
কৰিলা বৰ্ব যতন।
এক শৰ হানি কৰিলোঁ বিনাশ
কৃষ্ণক সেবি চৰণ ॥৫২৭

ভাণ্ড পাচে তাৰ    বৰ ভাতৃ পেটি
কাল কুম্ভ নাম তাৰ ।
প্ৰচণ্ডেক দল    লগত আসিল
প্ৰথম যাঠি হাজাৰ ॥৫২৮
শিলা বৃক্ষ হানি    আমাক পুতিব
হেনয় তাহাৰ মনে ।
সন্নাহা চিগিল    গাৱৰ বেগন্ত
অস্তৱিলো তেতিক্ষণে ॥৫২৯
মৰিলা মানুষী    বুলিয়া দানৱে
ৰঙ্গ ভৈলা বহুতৰ ।
পাচে সৈন্য সব    পঠায়া দিলেক
তাহাৰ আপোন ঘৰ ॥৫৩০
পাচে মোক দেখি    দাৰুণ দানৱে
শুন শেল প্ৰহাৰিলা ।
ব্ৰহ্ম বাণ গৈয়া    তাহাৰ সকলো
মহস্ত চুৰ কৰিলা ॥৫৩১
আজ্ঞানোহো বাণ    টোনহস্তে সিজো
আপুনি উঠি আসয় ॥
মহা বজ্ৰ তাৰ    সংগে নাশ কৰি
চলিয়া গৈলা নিজৰ ॥৫৩২

মেঘী নামে তাৰ ঘৰণী আছয়
মায়াত অতি দুৰ্বাৰ ।
তাইৰ তলত সৈন্য আছিলেক
প্ৰথম লক্ষ হাজাৰ ॥৫৩৩
শিলাদলি ছানি আমাক ঢাকিলে
গায় দেখি লাগে ভয় ।
তাহাৰ প্ৰহাৰে আমাৰ শৰীৰে
মহা পিৰা লাগি চয় ॥৫৩৪
নাৰায়ণ শৰে দেখয় ৰচনে
বিনাশন্ত নিৰন্তৰ ।
মেঘী পিশাচীয়ে আমাক খাইবাক
চাপিলা আসি ওচৰ ॥৫৩৫
ধনু তুলি ধৰি দিলো এক কোৰ
মায়া যে মৰিলা তাই ।
কতোবেলি মোৰ গৰ্ভত পশিল্য
ভেজ মাংস হাবা খাই ॥৫৩৬
চক্ৰ ধৰি হৰি ভ্যহাত আমাক
ৰাখিলন্ত কৃপাময় ।
শেষৰ বজ্ৰয় বাড়িবে লাগিলা
তিনিও লোক ধসিলয় ॥৫৩৭

কালমুখি সবে তাইক বিনাশিলো
মাধবৰ প্ৰসাদত ।
তাইৰ বধ শুনি আসিলেক খঙ্গে
কাল কুষ্ণ তুষ্ট চিত্ত ॥৫৩৮
মহা পৰাক্ৰমে ঘোৰ শৰ হানি
তাহাক কৰিলো চয় ।
আমাক চাহিতে ওচৰ চাপিল
ইন্দ্ৰ আদি দেৱগণ ॥৫৩৯
বৰ দিবে লাগি আমাক বুলিলা
খুজিলোহো এহি বৰ ।
পিশাচে খাইবাৰ স্বামী যে আমাৰ
জীৱন হৌক সত্তৰ ॥৫৪০
পাচে তোমাসাক জীয়ালে আসিয়া
অশ্বিনী কুমাৰ দুই ।
এতেকেসে জানো তুমি সব জীলা
পৰম আনন্দ হুই ॥৫৪১
হেন দেখি সবে দেৱগণ গৈলা
হৈল কাৰ্য্য সুশোভন ।
দেৱ কাৰ্য্য সাধি তোমাৰ সবৰ
সাফল ভৈলা জীৱন ॥৫৪২

শুনা সভাসদ হুয়া নিসবদ
পুণ্য কথা বিত্তোপন।
আপদ দুৰ্গতি সবে নষ্ট হয়
ইহাক কৰি শ্ৰবণ ॥৫৪৩
বোলন্ত ভাৰতে পৰম ৰহস্য
আক শুনি সুখ পায়।
দ্বৈপায়ণ মুনি বৈশম্পায়নক
আপুনি আছে বঢ়াই ॥৫৪৪
মাৰ্কণ্ডেয় ঋষি ধৰ্ম্ম পক্ষি আগে
ইহাক কহি আচন্ত।
জন্মেজয় আগে ভাৰ্গে কহিলন্ত
প্ৰচাৰ আৰে ভৈলন্ত ॥৫৪৫
হেন জানি সবে মহন্ত সকলে
মোক নিন্দা নকৰিও।
ইহকালে হিত পৰকালে বিত্ত
সংসাৰ সাগৰ নাও ॥৫৪৬
নাহি ভয় লেশ ঢৌউ দৃষ্ট ছয়
নিৰ্ভয় মনে ফুৰয়।
আপদ বিঘিনী সবে দুৰ হয়
কালেও থাকে দৰায় ॥৫৪৭

নাম হৰি পদ পঙ্কজ যুগল
দণ্ডৱত সভবাৰ ।
তেজি আন কাম বোলা ৰাম ৰাম
যতলোক সমযযাৰ ॥৫৪৮

---

## পদ ।

ঋষিয়ে বোলন্ত পৰিক্ষিতৰ তনয় ।
দ্রৌপদী কহিলা পাঞ্চ ভাতৃ শুনিচয় ॥
শুনি তাসম্বাৰ মহা বিস্ময় মনত ।
বোলে কিনো আচৰিত তিৰিৰ মহত্ব ॥৫৪৯
জবার্ণৰ বনে আমাসাৰ মৃত্যু ভৈলা ।
প্রাণ পৰিশ্রমে ভীমে আমাক জীয়াইলা ॥
ইয়ো ৰাৰ পথ চাৰি বিপথে আসিলো ।
ম্লেচ্ছে খাইলেক ভাত নিশ্চয় মৰিলো ॥ ৫৫০
দেব বাক্য ধৰি আমাসাক জীৱাই লন্ত ।
পূর্ব্বে মক ঋষি এহি কথা কহিলন্ত ॥
আমাকেসে প্রতি মুণি সংক্ষেপে কহিলা ।
বৈষ্ণবৰ্ব বাক্য হৰি সবে সাফলিলা ॥ ৫৫১

সাধু সাধু দ্রুপদ নন্দিনী বৰ নাৰী ।
তযু ভাগ্য যত তাক কহিতে নপাৰি ॥
তোমাৰ প্ৰসাদে আমি জীলো পাঞ্চ ভাই ।
দ্ৰৌপদীক প্ৰসংশিলা যুধিষ্ঠিৰ ৰাই ॥ ৫৫২
অৰ্জ্জুনে বোলন্ত দাদা আগে আছো জানি ।
মৰুঋষি ইটোকথা কহিলা বৈসানি ॥
দ্ৰৌপদীৰ যুদ্ধ হৈব ম্লেচ্ছসেনা সঙ্গে ।
আমাৰ কল্যান হৈব দেৱতাৰ ৰঙ্গে ॥ ৫৫৩
সহদেৱে বোলে ইটো আচৰিত নই ।
ঈশ্বৰৰ ইচ্ছা ইটো পূৰ্ব্বে আছে হুই ॥
পূৰ্ব্বে মহামায়া ইটো কথা জানিচয় ।
তাতে দ্ৰৌপদীৰ হস্তে মৰিয়া আছয় ॥ ৫৫৪
সিকাৰণে তিৰীৰ হাতত মৰিলন্ত ॥
দেৱীৰ বচনমাত্ৰে সভা কৰাইলন্ত ॥
এহিমতে আনো নানা কহি কথামাত ।
তৃতয় প্ৰহৰ মান আচয় তথাত ॥ ৫৫৫
চাৰিদণ্ড বেলা আছে দেখি নৰ ৰাই ।
ভীমক চাহিয়া হেন বুলিলা বুজাই ॥
পথ চাৰি আসি ম্লেচ্ছ সেনাত পশিলো ।
পালভিয়া চলো বুলি তোমাত পুছিলো ॥ ৫৫৬.

ইটো পথে বহুত্তৰ ফুৰিবে লাগয় ।
আছয় কমল বন লক্ষীৰ নিলয় ॥
তাক দৰশনে স্নান কৰিবাক ভাল ।
আছে কর্ণদত্ত মুনি তপস্বী বিশাল ॥ ৫৫৭
তাক দৰশনে হব পুণ্য অর্ব্বুদয় ।
সেহি বেলা ভীমসেনে কহিবে লাগয় ॥
বৃকোদৰে বোলে কিবা আমাৰ ফুৰণ ।
যেনে তেনে হৈবে লাগে দূর্গতি তাৰণ ॥ ৫৫৮
দ্রৌপদী বোলন্ত প্রভু কহিও নিশ্চয় ।
কিমতে কমল বনে লক্ষীৰ নিলয় ॥
কোন কালে লক্ষী তাত নিবাস কৰিলা ।
বৈকুণ্ঠক এৰি কেনে ইহাক আসিলা ॥ ৫৫৯
যুধিষ্ঠিৰে বোলে শুনিয়োক যাজ্ঞসেনী ।
ভীষ্ম পিতামহে মোত কহিছে আপুনি ॥
গজেন্দ্রক উদ্ধাৰিতে কৰি আতি মন ।
হৰি মেধা বিপ্রঘৰে ভৈলা উতপন ॥ ৫৬০
লক্ষী আসি কমল বনত ৰহিলন্ত ।
অযুত বছৰ মানে তথাতে আছন্ত ॥
মনুষ্যৰ মানে গৈল অযুত বছৰ ।
লক্ষীৰ মনত জানা ক্ষেনেক মাতৰ ॥ ৫৬১

কল্পিত বৈকুণ্ঠ পাছে হবি সাজিলন্ত ।
জগত জননী মায়ে ভাহাক গৈলন্ত ॥
এতেকে কমল বন লক্ষীৰ আলয় ।
মনুষ্য সকতি ভাক যাইবে নপাবয় ॥ ৫৬২
আমি মহা যত্ন কবি তাক যাইবো আগে ।
স্নান দান তর্পন কবিবে তাত লাগে ॥
চন্দ্রভগা সবোবৰ তাব মুক্ষ নাম ।
আছে কর্ণদত্ত মুনি নাহিকে উপাম ॥ ৫৬৩
কর্ণদত্ত দৰশণ চন্দ্র ভদ্রা স্নান ।
মহাপুণ্য কীর্ত্তিতাত হোৱে বিষ্ণমান
এতেকেসে যাইবে লাগে আমি সেহি ঠাই ।
পৰম ভাগ্যেসে গৈয়া পাবে সেহি ঠাই ॥ ৫৬৪
কহিলোহো যেন মত বনৰ কাৰণ ।
শুনি দ্রৌপদীৰ অতি ভৈলাৰঙ্গ মন ॥
বৈসম্পায়ন বদতি শুনিও নৰৰাই ।
পাণ্ডবৰ যশৰাসি কহন নযায় ॥ ৫৬৫
পাচে গধূলিকা বেলা তথাতে মিলিলা ।
কতখানি গৈয়া পাচে আন আচৰিলা ॥
বঞ্চিলা বজনী পাচে যুধিষ্ঠিৰ যাই ।
প্রহবি ধৰিলা চাবিভিতি চাবি ভাই ॥ ৫৬৬

এবাইলা দুর্গতি সব দুয়োজনে আতি।
অনন্তবে আসি পুনু পুহাইল বাতি ॥
উঠিয়া লবিলা পাচে কৃষ্ণ নাম স্মবি ॥
স্নান পান তর্পণ কবিবে মন কবি ॥ ৫৬৭
পাচে সোনকাঞ্চি নদী দেখি লগু যাই।
পবম গহন অতি তাব তীব পাই ॥
প্রচণ্ড প্রতাপ নদী পবে সাগবত।
বোলে আমি বহিবোহো ইহাব তীবত ॥ ৫৬৮
এহি বুলি স্নান পান তর্পণ কবিলা।
দেৱ পিতৃ অর্চ্ছা কবি তীবত উঠিলা ॥
পাচে তাব তীবে তীবে কবিলা গমন।
দুই তিনি চাবি দিন থাকে বঙ্গ মন ॥ ৫৬৯
কতোদিন যান্তে এক অপায় মিলিলা।
নদী তীবে গৃহ কবি নৃপতি বহিলা ॥
নকুল সহদেৱ দুই মৃগ মাবিবাব।
কুশক বনক দুয়ো ভৈলা আগুসাব ॥ ৫৭০
অঙ্কুশিবা নামে এক যক্ষ দুবাসয়।
কুশক বনব সিতো অধিকাবী হয় ॥
সিংহ বাঘ মনুষ্য দেৱতা নাগচয়।
তাহাব উয়ন্ত সিতো বনে নপশয় ॥ ৫৭১

পৰ্ব্বত আকাৰ দেহা আঙ্গাৰৰ বৰ্ণ ।
দেখি শ্ৰুতি হৰে আতি দুইখান কৰ্ণ ॥
শালবৃক্ষ সম দুই খান বাহু তাৰ ।
চক্ষু দেখি লাগে ভয় অগ্নি সমসৰ ॥ ৫৭২
মহা ভয়ানক বেশে শুতিয়া আছয় ।
মৃগ মাৰি ফুৰে দুয়ো মাদ্ৰীৰ তনয় ।
অকস্মাতে যক্ষক দেখিলা দুয়ো ভাই ।
যেন গিৰি গোট ৰহি তথাতে আছয় ॥ ৫৭৩
দেখি দুই বীৰে পাচে সঙ্কুচিত মনে ।
ধনুগুলি ধৰি শৰ যুৰিলা তেখনে ॥
দেখিয়া যক্ষৰ আতি ক্ৰোধজ্বলি গৈলা ।
কোনতই বুলি পাচে সুধিবাক লৈলা ॥ ৫৭৪
ইটোমোৰ বনে কোন ফুৰা ধনু ধৰি ।
আজি আমি তোহোক ভুঞ্জিবো নিষ্ঠ কৰি ॥
জন্ম বংশ গোত্ৰ তোৰ কহিয়ো সত্বৰ ।
কিবা হেতু ফুৰা ইটো বনৰ ভিতৰ ॥ ৫৭৫
মনুষ্য খাইবাৰ মোৰ ইচ্ছা হুয়াছয় ।
তোমাৰ দুহাক দেখি আনন্দ মিলয় ॥
হেন শুনি সহদেবে দিলা সমিধান ।
শুনৰে অসুৰ কহো আমাৰ প্ৰমান ॥ ৫৭

পাণ্ডুবংশে ৰাজা যুধিষ্ঠিৰ যাৰ নাম।
তাহাৰ কনিষ্ঠ আমি দুই অনুপাম ॥
আমা সাত শ্রেষ্ঠ আছে আৰ দুই ভাই।
ভীম ধনঞ্জয় বলে যাৰ সম নাই ॥ ৫৭৭
সোনকাঞ্চি নদী তীৰে আচন্ত নৃপতি।
আমি দুই আইলো মৃগ মাৰিবাক প্রতি ॥
হেনশুনি অসুশিৰা মনে ৰঙ্গ বৰ।
পাঞ্চ মানুষক আজি ভুঞ্জিবো সত্তৰ ॥ ৫৭৮
ইহাক খাইস্তে সিতো তিনি পলাই যাই।
মোহোৰ হাতত সাৰিবেক কোন ঠাই ॥
বলাই ঘটাই বিধাতায়ে আনি দিলা।
হৃষ্টপুষ্ট মানুষক আহাৰ মিলাইলা ॥ ৫৭৯
ঋষিয়ে বোলন্ত শুনা ৰাজা জন্মেজয়।
পাণ্ডৱৰ মহিমাক যক্ষে নজানয়।
যেন কাল সর্পক মুগুধ কোন নৰে।
জৰি বুলি তাহাক ধৰিবে যত্ন কৰে ॥ ৫৮০
সেহিমতে যক্ষ মন কৰি পাণ্ডৱক।
ধৰিবাক মনে আতি চান্ত নকুলক ॥
তোমাসাক কহো কথা শুনিয়োক সাৰ।
মোৰ বনে আসাহুই মৃগ মাৰি বাৰ ॥ ৫৮১

সন্তৰে অন্তৰ ঐৰ মৃগ পৰিহৰ।
আপোনাৰ প্ৰাণ ৰাখি নিজ পথ ধৰ॥
যদি মোৰ বচন নকৰা এতিক্ষণ।
শুল ঘাৱে জীৱ যাইব নিশ্চয় বচন॥ ৫৮২
নকুলে বোলয় অৰে ভবোয়াস কাক।
মৃগ এৰি নযাইবোহো ধৰি তোৰ বাক॥
যদি আমাসাক তই জোকাস পামৰ।
মহাশৰ ঘাৱে মাৰি নিবো যমঘৰ॥ ৫৮৩
এহি বুলি শৰ যুৰি ধনুত আচয়।
তিনি পাট শৰ ভেবে যক্ষক মাৰয়॥
ৰৰ বেগে শৰ গৈয়া গাৱত পৰিলা।
নকুলৰ সৰে গৈয়া ছাল নিবিন্ধিলা॥ ৫৮৪
পুনুৰপি হাণিলেক আৰু নবশৰ।
দীঘল ভাঙ্গৰ শৰ দেখি লাগে ডৰ॥
তথাপিতো যক্ষ ছাস লোম নলৰয়॥
মনে মনে গুনিয়া লাগিলা মহাভয়॥ ৫৮৫
নেভেদিলা শৰ দেখি দাৰুনে চোৱাই।
মাদ্ৰসুত বীৰক বধিবে খেদি যাই॥
দেখি ধনু তুলি ধৰি কোব এক দিলা।
গুণগাছ চিঙি ধনু উফৰি পৰিলা॥ ৫৮৬

দেখি সহদেবে চাৰি শৰ প্ৰহাৰিলা।
যক্ষৰ গাত্ৰত গৈয়া সন্ধানে পৰিলা॥
চাৰি গোট সৰ্প যেন পশিলা গৰ্ত্তত।
হুসকিয়া বৈলা সিতো ভৰি পাঞ্চশত॥ ৫৮৭
আক সহদেবে তাক লৰিবে নেদিলা ।
খুৰবান হানি তাৰ মাথাক চেদিলা॥
পৰিলেক যক্ষ গোট পৰ্ব্বত আকাৰ।
একখণ্ড ধৰণী কম্পিলা নিৰন্তৰ॥ ৫৮৮
যক্ষক মাৰিয়া পাছে গধুলি বেলাত।
মাৰিয়া অনেক পশু মিলিলা তথাত॥
দেখি যুধিষ্ঠিৰৰ যে আনন্দিত মন।
নকুল সহদেৱক চাহন্ত ঘনে ঘন॥ ৫৮৯
এহিমতে ৰাজা ৰঙ্গে ৰজনী বঞ্চিলা।
দিনদশ মান পাচে তথাতে ৰহিলা॥
অনন্তৰে কমল বনক যাইবে মন।
পৰম কৌতুকে ৰাজা কৰিলা গমন॥ ৫৯০
পাইলন্ত মলয়া চল মহাৰম্য স্থান।
তাহাক এৰাই গৈলা কতো দুৰমান।
নদী সৰোবৰ যত পৰ্ব্বত গহন।
চন্দ্ৰভদ্ৰা সৰোবৰ ভৈলা দৰশন॥ ৫৯১

হৰিৰ নিৰ্ম্মল সিটো দিব্য সৰোবৰ ।
বস্ত্ৰময় খাভখৰি চাৰিয়ো পাৰৰ ॥
পুষ্পচয় আছে তাত দেখি বিভোপম ।
বাৰ মাস বসন্ত তাত ৰহে সৰ্ব্বক্ষণ ॥ ৫৯২
পৃথিবী মধ্যত ফুল পুষ্প আছে যত ।
সবাহাকে পাই তাক সকলো কালত ॥
সিংহ বাঘ ভালুক যতেক পক্ষিচয় ।
থানৰ প্ৰভাবে কেৱে কাকো নিপিৰয় ॥
কৰ্ণদন্ত মুনিৰ যে মহিমা অপাৰ ।
দুৰতে পৰিয়া কৰিলন্ত নমস্কাৰ ॥ ৫৯৩
কৰ্ণদন্ত ঋষিৰ ব্ৰহ্মচন্দ্ৰ শিষ্য বৰ ।
সন্তৰি হাজাৰ শিষ্য আতি মুখ্যতৰ ॥
তাহাঙ্ক চাহিয়া মুণি বুলিলা বচন ।
ব্যাসৰ ঔৰষে ভৈলা পুত্ৰ তিনি জন ॥ ৫৯৪
দুইজন ৰাজা ভৈলা মহন্ত অনেক ।
বৰ গোট দুই আখি ভৈলেক অন্ধক ॥
হস্তিনা পুৰিৰ ৰাজা শতপুত্ৰ তাৰ ।
চোট গোট ইন্দ্ৰপ্ৰস্থে ৰাজা অনিৰ্ব্বাৰ ॥ ৫৯৫
কুম্ভকলা অপেস্বৰা আসি সেহি ঠাই ।
আপোনাৰ দোষে মনুষ্যৰ ৰূপ পাই ॥
তান্ত পাণ্ডুপুত্ৰ যাত মহাবলবন্ত ।
তিনিজন একঠাই তাহাতে ভৈলন্ত ॥ ৫৯৬

ব্ৰহ্মায়ে প্ৰাৰ্থিলা দুখ দেখি পৃথিবীৰ ।
দেৱতা সকলে পাইলা মনুষ্য শৰীৰ ॥
পূৰ্ণব্ৰহ্ম আসি দৈৱকীত জন্মিলন্ত ।
গোপৰূপে নন্দৰ গৃহত বাঢ়িলন্ত ॥ ৫৯৭
মেঘ বক পুতনা কংসৰ লৈলা প্ৰাণ ।
যতেক দানব দৈত্য কৰিলা নিৰ্জ্জান ॥
দন্তবক্ৰ শিশুপাল পাৰিসদ দুই ।
সিদ্ধ সাপ পায়া পৃথিবীত যাত দুই ॥ ৫৯৮
দৈত্য দানবৰ আৰু ভৈলা নৰ জন্ম ।
নৰৰূপ ধৰি তাক মাৰি অনুক্ৰম ॥
সাগৰ মাজত পাতি নগৰ বিশেষ।
গৃহাশ্ৰম ধৰ্ম্ম প্ৰবৰ্ত্তাস্ত হৃষিকেশ। ৫৯৯
পৃথিবীৰ মহাভাৰ দূৰ কৰিলন্ত ।
বনৰ ভাৰক দেখি মনে গুণিলন্ত ॥
নৰৰূপে মহাদেৱ তান পাণ্ডু ভাই ।
যজ্ঞমণ্ডপত দেবী উপজিলা যাই ॥ ৬০০
পাণ্ডুজনে বিহা কৰি আছে এক নাৰী ॥
দেৱমুনি সবে দিয়াআছে ভাগ কৰি ॥
কুৰুবংশ সমে কুট পাশাখেলাৱয় ।
বনৰ ভাৰক প্ৰভু হৰিবাক লয় ॥ ৬০১

নৰৰূপে নাৰায়নে ৰনক পঠাইলা।
এতকেসে ভাৰ্য্যা সমে পাণ্ডুজন আইলা॥
তাসম্বাৰ গুণযশ মহা বিভোপণ।
আক গাই শুনি হৈব বৈকুণ্ঠে গমন॥ ৬০২
দেৱগণে অভিনন্দা কৰয় তাহাক।
সূৰ্য্যে থাল দিয়া আছে অন্ন ভুঞ্জিবাক॥
অক্ষয় অমৃত অন্ন শত কৌতিমান।
অজৰ অভক্ষ চন্দ্ৰে অমৃতক দান॥ ৬০৩
এতেকেসে বনে বনে ফুৰে পাঞ্চ ভাই।
দেবগণ সদা তাৰ লগত সহায়॥
পূৰ্ণব্ৰহ্ম হৰি সঙ্গ নচাৰে তিলেক।
হৃদয়ত ব্যক্ত হৈয়া থাকয় প্ৰত্যেক॥ ৬০৪
কিৰ্ম্মিৰাৰ বন্ধ সংখ্য ধবল মুকুট।
অগ্নিকেতু অসুৰক মাৰি কুন্তিসুত॥
ভবাৰ্ণব বনে মৃত্যুভয় এৰাই লন্ত।
পাতালৰ নাগগণ ভীমে মাৰিলন্ত॥ ৬০৫
মৰুঋষি আশ্ৰমত কত দিনমান।
মহাত্মাৰ ম্লেচ্ছসেনা কৰিলা নিৰ্য্যান॥
দেবীৰ বৰত পুৰুষৰ হাতে তাৰ।
নাহিকয় মৃত্যু আক জানা সাৰে সাৰ॥ ৬০৬

মহামায়া আসি যজ্ঞমণ্ডপত থিত ।
মহাযুদ্ধ কৰি দেবী মাৰিলা তহিত ॥
আনৰ কিবল শক্তি ইমান হোৱয় ।
সামান্য নাৰীয়ে তাক দেখিলে মৰয় ॥ ৬০৭
হেনয় সবক মাৰি আছে বৰ নাৰী ।
তাকনো মানুষী বুলিবেক কেন কৰি ॥
কতিপয় দিনে আসে থানক আমাৰ ।
আজি তাক দৰশন হৈবো সাৰে সাৰ ॥ ৬০৮
ব্ৰহ্মচন্দ্ৰ বোলে দেখ মনুষ্য-শকতি ।
কেন মতে ইটো থানে কৰিবেক গতি ॥
লক্ষীৰ গোন্নালি থান দেৱৰ নিৰ্ম্মাণ ।
দেবতাৰ অগম্য নাহিকে পৰিমাণ ॥ ৬০৯
মানুষ পাণ্ডব কেনে ইহাত পশিব ।
আৰু নাৰী সঙ্গে তাক কেনে পাৰ হৈব ॥
ঋষিয়ে বোলন্ত শুণা ৰাজা মহাশয় ।
ঈশ্বৰৰ অংশ পাঞ্চ পাণ্ডুৰ তনয় ॥ ৬১০
অযোনীত জাত শুদ্ধ যজ্ঞমণ্ডপত ।
বিশেষত মহামায়া হৈলা উপগত ॥
স্বৰূপত চৰাচৰ তাহান পালন ।
ইহাক আসিব সিটো আপোনাৰ বন ॥ ৬১১

মহন্ত পাণ্ডবগণ ভকত একান্ত ।
জ্ঞানশীল ধর্ম্মরাজ পরম মহন্ত ॥
যাহাক ৰাখিয়া হৰি ফুৰে অনুক্ষণ ।
তাহাক মানুষ বোলে কোন মূঢ়জন ॥ ৬১২
হেন জানি তুমি সব আক এতিক্ষণ ।
ক্ষণিতেকে তাসম্বাক পাইবা দৰিশণ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
ব্রহ্মময় ঋষি সিটো সকলো জানয় ॥ ৬১৩
জগতৰে থিতি তিনি জানে মুনিবৰ ।
ব্রহ্মাৰ নাহিকে জানা বাহিৰ ভিতৰ ॥
আজন্ম প্রভৃতি পাণ্ডবৰ জন্ম কৈলা ।
ঈশ্বৰ অংশ যেন ইহ ক জানিলা ॥ ৬১৪
দেখা কেন বৈষ্ণবৰ পৰম মহত্ত ।
মনুষ্য শৰীৰে বেক্ত হোৱে বৈকুণ্ঠত ॥
এহিসে আচর্য্য ইটো জানা মহীপতি ।
পাণ্ডবৰ যশৰাশি ৰহিবে সম্প্রতি ॥ ৬১৫
হেন জানি বুদ্ধজন তেজি আন মন ।
তাসম্বাৰ চৰিত্রক কৰিও শ্রবন ॥
হৈবে শুদ্ধ দেহা লভিবাহা ৰাজ্যভাৰ ।
সুদ্ধকীৰ্ত্তি যশ ৰহিবেক তোমাসাৰ ॥ ৬১৬

শুণা সভাসদ বনপৰ্ব্ব কথা সাৰ ।
ৰহস্যৰো ৰহস্য নাহিকে আতপৰ ॥
শুচে ভবভয় পাৱে পৰম মুকুতি ।
সকল সাস্ত্ৰৰ ইতো পৰম যুকুতি ॥ ৬১৭
এক মন কৰি ভজা দৈবকী নন্দন ।
তাহাৰ কৃপাত হৈব সংসাৰ মোচন ॥
কহয় ভাৰতচন্দ্ৰে এহি মূলকাম ।
পাতেক চাৰোক ডাকি বোলা ৰাম ৰাম ॥৬১৮

---

# ছবি

অনন্তৰে মহাৰাজা। কুন্তীসুত যুধিষ্ঠিৰ
চাৰিদিশ চাহি চলি যায় ।
শুক্ল স্ফটিকৰ সিটো। ভূমিখান বান্ধি আছে
পদুলি চৌপন্থ বান্ধিছয় ॥
পদ্মৰ মাজত জানা। লক্ষ্মীৰ মন্দিৰে আছে
যেন চন্দ্ৰ মণ্ডলৰ কান্তি ।
সুবৰ্ণৰ পদ্মগণ গৃহক আবৰি আছে
সাৰি সাৰি ধৰি আতি পান্তি ।৬১৯

ব্ৰহ্মময় মহাস্থান ভ্ৰমবাৰ মধু পান
কোকিলৰ কুহু কুহু নাদ ।
অসংখ্যাত ৰাজহংস ৰাম ৰাম কৰি থাকে
বসন্তৰ মধুৰ সম্বাদ ॥
দেখি ৰাজা সবহিতি জানু পাৰি প্ৰণামিলা
গোসাঞীৰ মন্দিৰক চাই ।
ব্ৰহ্মতে পিকঅহুয়া যত মহাজন আছে
তাসম্বাক প্ৰণামিলা যাই ॥ ৬২০
কতো বেলি মানে যাই ঋষিৰ আশ্ৰম দেখি
প্ৰকাশিত অতি জাতিস্কাৰ ।
দীৰ্ঘে প্ৰস্থে যোজনেক উশ্ৰিত সুন্দৰ জ্বলে
ব্ৰহ্মময় মন্দিৰ অপাৰ ॥
পুষ্পবন কুশবন নানা মত প্ৰকাশয়
পক্ষী সবে লয়ে হৰি নাম ॥
পশু সব সুকোমল সবে পানী ভুঞ্জি বঞ্চে
কাকো কেয়ে নকৰে হিংসন ॥ ৬২১
পুষ্পৰ সুৰভি গন্ধে মনক মোহয় অতি
ফলসব আমোদিত বাসে ।
মহা ব্ৰহ্ম চাৰি সবো সদায় ব্ৰহ্মক চিন্তে
দৰশনে শোক দুখ নাশে ॥

এহি মতে পাঞ্চ ভাই মহাবঙ্গে বহি যায়
ঋষিৰ আশ্ৰমে উঠিলন্ত
শুক্ল ফটিকৰ বৰ্ণ প্ৰকাশ কৰয় আতি
যেন হৰ কৈলাসে আচন্ত ॥ ৬২২
কদম্ব বৃক্ষৰ তলে শিষ্য সব বসি আছে
নাহি গৃহ মণ্ডপ আবাস
দীৰ্ঘে প্ৰস্থে একদণ্ড মানৰ প্ৰমান হবে
ৰবিশশী নবহে বভাস ॥
অযুতেক শিষ্য সমে ব্ৰহ্মময় বৃক্ষতলে
বসি আছে ব্ৰহ্মাক ধিয়াই ।
শিষ্য সকলৰ আগে বেদ বাখ্যা কৰি থাকে
অমৃততো স্বাদ আতি পাই ॥ ৬২৩
পুলস্তৰ জটা গোট বৃহত শৰীৰ বৰ
শোভন সুন্দৰ হস্তদুটী ।
দিব্য সিংহাসনে বসি কৰে মালা জপ্য কৰি
যেহেন ৰুধিৰ পৰে ফুটি ॥
যাহাৰ তপৰ সীমা নজানয় ব্ৰহ্ম হবে
ব্ৰহ্মা সৃষ্টি কৰিতে সমৰ্থ ।
চাৰি বেদ চৈধ্য শাস্ত্ৰ কণ্ঠত কৰয় বাস
শিষ্য সবে শুণে সবে অৰ্থ ॥ ৬২৪

হেন সময়ত পাচে যুধিষ্ঠিৰ নৰ ৰাই
ভাৰ্য্যা ভাতৃ সমে মিলিলন্ত ॥
অসংখ্যাত শিষ্য সঙ্গে কৰ্ণদন্ত মুণিবৰে
কতদুৰ মানে দেখিলন্ত ॥
ধীৰে ধীৰে গৈয়া পাচে জানু পাৰি প্ৰণামিলা
দেখি ঋষি আসন দিয়াইলা
আসনক মান্য কৰি মহাৰাজ কুন্তীসুত
হাত দিয়া মাটিত বসিলা ॥ ৬২৫
হাস্য কৰি মুণিবৰে ব্ৰহ্ম চন্দ্ৰক যে চাই
বুলিলন্ত ৰাজাক বচন।
দেবকাৰ্য্য সাধিবাক লাগি ভাতৃ ভাৰ্য্যা সমে
কৰিলাহা বনক গমন ॥
যত যত ক্লেশচয় পাইলাহা বলও তুমি
তাক আমি জানি আছো ভালে।
তোমাসাৰ যসকীৰ্ত্তি ৰহিলন্ত নিৰন্তৰে
যাবে চন্দ্ৰ দিবাকৰ জ্বলে ॥ ৬২৬
আমাৰ থানক আৰে বৰ শ্ৰমে আসিলাহা
স্নেচ্ছে পীয়া কৰিলা মহত।
পাঞ্চ ভাইৰ মৃত্যু ভৈলা দেবকাৰ্য্য নষ্ট গৈলা
যাজ্ঞসেনী কৰিলা মুকুত ॥

দিব্য ধনুর্ব্বান ধৰি মহা ম্লেচ্ছ নাশ কৰি
দেব বৰে স্বামীক জীয়াই ।
দুৰ্গতি এৰাই পাচে সোন কাঞ্চি নদী তৰি
আমাসাক দেখিলা বোপাই । ৬২৭
ইটো মহাস্থান বৰ দেৱতাৰ অগোচৰ
বৰ ভাগ্য বৰে সে পাৱয় ।
তোমাসাৰ পাঞ্চ ভাই মনুষ্য শকতি নহে
দেৱতাতো উত্তম নিশ্চয় ॥
এহি মতে মুনিবৰে তাসম্বাক দয়াস্তুৰে
ৰহিবাৰ থান এক দিলা ।
নাহি ক্ষুধা তৃষ্ণা ভয় জন্ম মৃত্যু জৰা নাই
এহি সমে তাহাত ৰহিলা ॥ ৬২৮

---

## তুলৰি

নমো হৰিপদ পঙ্কজ পৰম
দুখচয় বিনাশন ।
পৰম মধুৰ মুকুতি ধৰিয়া
গুচায় ভৱতৰ শ্ৰম ॥

হেনয় অরুণ      মধুৰ ভৃঙ্গাৰ
মকৰন্দ মধু পান।
সদায় তাহাত      মজিয়া ৰহোক
কৰি তাহাক পালন ॥ ৬২৯
নৰ নাৰায়ণ      নৃপতি প্ৰধান
ৰবিতলে সম নাই।
ৰূপে গুণে ধীৰ      গহীন গম্ভীৰ
কৃষ্ণক চিন্তে সদায়।
বৈষ্ণৱ বিপ্ৰক      সদা আৰাধন্ত
যাচকৰ পুৰি মন।
সৰ্ব্বক্ষণে ৰাজা      নামক সেৱন্ত
কৃষ্ণৰ দুই চৰণ ॥ ৬৩০
ধৰ্ম্ম ন্যায় নীতি      লোকৰ প্ৰবৃত্তি
বঢ়াৱন্ত দিনে ৰাতি।
নাহি দণ্ড বন্ধ      কৰ ভাৰ সব
যেহি যিবা দেন্ত আতি ॥
জম্বুদ্বীপে ৰাজা      যত মান আছে
সবাকো জিনিয়া মন
কামৰূপ মধ্যে      মহন্ত সবক
কৰন্ত কৰি বিভূষণ ॥ ৬৩১

বহুত শাস্ত্ৰৰ সম্মত আছয়
ৰহস্য আতি পৰম
মুখ্য মুখ্য চাই বিৰচিলো আমি
কৰি আতি অনুক্ৰম ॥
পদ ৰচনাত যিটো কিছু দোষ
ক্ষমিওক মহাজন ।
মই কৃষ্ণ ভৃত্য এতমান কৃত
অৰ্পিলো কৃষ্ণ চৰণ ॥ ৬২
সভাসদ সবে শুণা নিপৰদে
পৰিহৰা আন কাম ।
এৰিয়া দুৰ্গতি লভিবা মুকুতি
বেড়ি বোলা ৰাম ৰাম ॥

## পদ

জন্মিজয় ৰাজাত কহন্ত মুণিবৰে ।
অদ্ভুত মহিমা সিটো পাক্ষ পাণ্ডৱৰে ॥
যাত পশিবাক অপাৰয় দেৱচয়
মনুষ্য শৰীৰে সবে তাহাত পশয় ॥ ৬২৩

বৈশম্পায়ন বদয়ো শুনিও জন্মেজয়,
মহন্ত চৰিত্ৰ আতি মহিমা আছয় ॥
দেখা কেন বৰ্ণদত্ত মুণিয়ে কহিলা।
ব্ৰহ্মময় মুণিতেহো সমস্তে জানিলা ॥ ৬৩৪
এহি মতে তথাতে পাণ্ডৱ যেবে আছে।
শুনিয়োক যেন কথা কৈলাভাত পাছে ॥
কমলা বৈকুণ্ঠে মহা সুখতে আছন্ত।
সেহি দিনা যুধিষ্ঠিৰে বাক্য বুলিলন্ত ॥ ৬৩৫
শুনা বৃকোদৰ ধনঞ্জয় ছোট দুই।
কমলা বৈকুণ্ঠে আছে আনন্দিত হুই ॥
ঋষি সম্ভাসিয়া ফুৰিবাক লাগে বন।
তেবেসে আমাৰ সবে সিজে প্ৰয়োজন ॥৬৩৬
সুখ ভুঞ্জি ফুৰিলে নহয় একো কাজ।
বনবাসী তপস্বীৰ সবে সুখ বাজ ॥
হেন জানি ভাতৃগণ কৰিয়ো যতন।
প্ৰভাততে চলিবে লাগয় আন বন ॥ ৬৩৭
গৌতমক চাহি অগস্তিক দৰিশন।
পাছে ব্ৰহ্মক্ষেত্ৰে আমি কৰিবো গমন ॥
এহিমতে আলোচন কৰি পাঞ্চ ভাই।
আনদিনা চলি গৈলা ঋষিত মেলাই ॥ ৬৩৮

জানু পাবি প্রণামিলা উঠি ছয়োজন।
মুনিয়ে আশীস কৰিলন্ত বজ মন ॥
কবচ পঢ়িয়া শিষ্যে বেদ মন্ত্ৰ স্মৰি।
ৰাজাক আশীষ দিলা উৰ্দ্ধবাহু কৰি ॥ ৬৩৯
পাচ ভৰি কৰি চলি যান্ত ছয়োজন।
চক্ষুদৃষ্টি যত মান দেখিলন্ত থান ॥
অনন্তৰে ৰাজা পাইলা বৰাহ পৰ্ব্বত।
আছন্ত মাণ্ডবী ঋষি ঈশ্বৰ চিন্তাত ॥ ৬৪০
তাহাত যে আছিলন্ত বৰাহ ঈশ্বৰ।
তথাক পাইলন্ত গই ৰাজা যুধিষ্ঠিৰ ॥
পৃথিবী উদ্ধাৰ বেলা তাহাত আছিলা।
সেহি সৰস্বতী জলে আচন্ত কৰিলা ॥ ৬৪১
বৰাহ হৰিয়ে তাৰ জল পান কৈলা।
ব্ৰহ্মা আদি দেৱগণ তথাত আছিলা ॥
সেহিতো বৰাহ গিৰি পুণ্যৰ আলয়
মহামুনি সবে তাত যজ্ঞ আচৰ। ॥ ৬৪২
সৰস্বতী নদী বিষ্ণুপদী সম সৰ।
যাত স্নাণ কৰে সিদ্ধদেৱ বিদ্যাধৰ ॥
সভাধিক সহস্ৰ হাজাৰ মুণিচয়
লোকৰ্ম্ম আগ্ৰহতে মহাযজ্ঞ আচৰয় ॥ ৬৪৩

সেহি থান পাইলা যুধিষ্ঠির মহাজসি।
ধীরে ধীরে চলি যাই তাপ্রমত পসি॥
ফলে ফুলে জাতিস্কার গহন অপার।
নারেত কাঞ্চন বন দেখি চমৎকার॥ ৬৪৪
তৃতীয় দিবস মানে তথাত আছিলা।
অনন্তরে পাচে ঋষি সত্রক দেখিলা॥
কৃতাঞ্জলি করিয়া নমিলা মহীপতি।
পুনরপি ছয়োজনে করিলেক গতি॥ ৬৪৫
কতদুর গৈয়া পাছে রজনী মিলিলা।
পত্র গৃহ সাজি রাজা তথাত রহিলা॥
প্রভাতে উঠিয়া রাজা করি স্নান পান।
দেব পিতৃ অর্চ্চি পুনু করিলা গমন॥ ৬৪৬
নদ নদী সরোবর পর্ব্বত অপার।
এরিয়া চলয় পাঞ্চ পাণ্ডব কুমার॥
কত দুই পর কতো তিনি পর যায়।
গৃহ করি রহে তত্রস্তর বনচায়॥ ৬৪৭
বৃকোদরে মৃগ মারি তথাত আনয়।
নকুল সহদেব দুয়ো বাচিয়া দিরয়॥
দ্রৌপদী রন্ধন করে নৃপতি ভুঞ্জয়।
তাত পাচে চারি ভাতৃ ভোজন করয়॥ ৬৪৮

শেষত ভোজন কৰে দ্ৰুপদ জীয়াৰী।
এহিমতে ৰহি যান্ত মহাৰঙ্গ কৰি॥
কতদিনে পাইলা গই শ্ৰীফল বনক।
পাৰ্ব্বতী মহেশে যাক নচাৱে অনেক॥ ৬৪৯
বিন্দু নদী বহে তাক চৌভিতি আবৰি।
ৰহিলন্ত তাত গৈয়া পৰম সাদৰি॥
বিন্দু তীৰ্থে স্নান কৰি ৰাজা যুধিষ্ঠিৰ।
কৃষ্ণক অৰ্চ্চনা কৰিলাহা মহা ধীৰ॥ ৬৫০
শ্ৰীফল বনক এৰি পাইলা ক্ষুদ্ৰ স্থান।
আছয় গান্ধৰ মুণি তাৰ সন্নিধান॥
মুনিৰ আশ্ৰমে গৈয়া উপসন্ন ভৈলা।
কথা মাতে মুনি সমে সিদিনা ৰাইলা॥ ৬৫১
মুনিয়ে বোলন্ত তাসম্বাৰ শ্ৰীক ছাই।
বনবাসী হেন কিচু বুজন নজায়॥
মুনি সমে কথা মাত্তে ৰজনী বঞ্চিলা।
আৰ দিনা ৰাজা পাছে মুনিত পুছিলা॥৬৫২
অগষ্টি ৰাউলৰ স্থানে যাইবে মনকৰো।
কোন দিশে আছে কেনমতে পথ ধৰো॥
ৰাজাক সম্বোধি পাছে মুনিয়ে কহয়।
মলয় গিৰিৰ গুহ অগষ্টি আছয়॥ ৬৫৩

উত্তৰ এৰিয়া পূৰ্ব্ব প্ৰদেশে নাটৰৰা ।
দুই দিশ মধ্যে আছে পথক ধৰিবা ॥
তিনিপক্ষ মানে পাই মলয় পৰ্ব্বত ।
আছে মহা ঋষি বৰ দক্ষিণ কোনত ॥ ৬৫৫
মম্ন নদী বহে চাৰু বস চন্দনৰ ।
ব্ৰহ্মক্ষেত্ৰে পৰে যাই পৰ্ব্বত নিৰ্জ্জৰ ॥
তাহাক চাৰিয়া পাইবা অগষ্টিৰ স্থান ।
তাহাৰ সত্ৰত মুনি আছে বহুমান ॥ ৬৫৬
বৈশম্পায়ন বদন্তি শুনিয়ো জম্মিজয় ।
মলয় গিৰিক গৈলা পাণ্ডুৰ তনয় ॥
পাণ্ডবৰ মহিমাৰ শকতি অপাৰ ।
তাক কহিবাক লাগি শকতি কাহাৰ ॥ ৬৫৭
মুখ্য মুখ্য চাই কিছু কহিলো তোমাত ।
মহাগুৰু ব্যাসে যেন কহিছে আমাত ॥
পাণ্ডৱৰ যশকৃৰ্ত্তি কৃষ্ণে সে বঢ়ান্ত ।
অনুমাত্ৰ পাণ্ডৱক কৃষ্ণে নচাৰন্ত ॥ ৬৫৮
একমনে যিতো জনে কৰয় শ্ৰৱন ।
ৰাজশ্ৰীক পায় আৰ গুচে পাপগণ ॥
কৃষ্ণ পাণ্ডৱৰ কথা চৰিত্ৰ শোভন ।
আক এক চিত্তমনে শুণে যিটো জন ॥ ৬৫৯

শুনিয়োক ভাসম্বাব সিদ্ধি যত কাম।
ব্যাসব বচন ইস্তো পৰম উত্তম॥
বাজাগনে শুনি সার্ব্ব ভৌমক পাব্বয়।
নম্ৰ নম্ৰবাজ্য সিটো সহজে লভয় ॥ ৬৬০
ক্ষেত্ৰগণে শুনি বল বুদ্ধিক বাঢ়য়।
সকল সংগ্ৰামে সিতো হোম্বয় বিজয়॥
বৈশ্য সবে শুনি ধন ধান্যক লভয়।
বৈন্ধ্যা সবে শুনে যেবে পুত্ৰ ওপজায় ॥ ৬৬১
ব্ৰাহ্মণ সকলে যদি শুনে বা পঢ়য়॥
সবে শাস্ত্ৰ জানে মহামান্যক লভয়॥
হেনজানি বাজা একমনে শুনিয়োক।
আকলস্তে যিবা সেহি জানা মূৰ্খ লোক ॥ ৬৬
ব্যাস মহা ঋষিব যে নৃস্ত্ৰীক বচন।
ইহাক অন্যথা নুবুলিবা বুদ্ধজন॥
শুনা সভাসদ বন পৰ্ব্ব কথা সাব।
কালকুঞ্জ বধ কথা বহস্য অপাব॥ ৬৬৩
আক এক চিত্তমনে কবিয়োক পান।
নাহিকে বহস্য কথা ইহাব সমান
মহাপুবানব কথা ইহাত আছয়।
ভাগবত শাস্ত্ৰ আত মিশ্ৰিত হোম্বয়॥ ৬৬৪

নিস্তে কৰ্ণভৰি আক কৰিয়োক পান ।
ইহকালে সুখ পাছে বৈকুণ্ঠত স্থান ॥
নমো নমো নাৰায়ন অচ্যুত মাধৱ ।
দিয়োক সুবুদ্ধি মোক বঢ়ায়া উৎসৱ ॥ ৬৬৫
নানান শাস্ত্ৰৰ ইতো পৰম গহন ।
আৰ অৰ্থ পাইবো কেনে আমি অল্পজন ॥
তথাপিতো কৃষ্ণদেৱে মন সমৰ্পিলোঁ ।
সেই বুদ্ধিবলে ইতো পয়াৰ ৰচিলোঁ ॥ ৬৬৬
ইহাক শুনিয়ো মোৰ দোষক নচায় ।
হেৰ আজি কালি কৰি ব্যৰ্থে আয়ু যায় ॥
কৃষ্ণৰ চৰনে যাস্তে ভকতি কৰিয়ো ।
ভাৰত শ্ৰৱন কৰি তৰণী লভিয়ো ॥ ৬৬৭
অপ্ৰয়াসে পাইবা ঘোৰ সংসাৰৰ পাৰ ।
আত পৰে আন জানা বুদ্ধি নাহি আৰ ॥
বোলয় ভাৰতচন্দ্ৰ মই বৰ দীন ।
ভক্তিধনে দাস কৰি লোৱা নাৰায়ন ॥ ৬৬৮
শুনিআছো প্ৰভু তুমি পতিতৰ গতি ।
ভাৰত পুৰাণে আক কহিছে সম্প্ৰতি ॥
এতেকে তোমাৰ পাৱে কৰোহোঁ কাতৰ ।
তুমি সে আত্মমা বন্ধু সবে জগতৰ ॥ ৬৬৯

জানি দয়াশীল মোক দয়া কৰিয়োক ।
জন্মে জন্মে তোমায় চৰণে ৰতি হোক ॥
হে ! দামোদৰ দেৱ মাগো এই বৰ ।
মুখে নাম হৃদি জপ সঙ্গ ভকতৰ ॥ ৬৬৯
আন বৰ নমাগোহো দিয়া এহি কাম ।
সামাজিক লোকে ডাকি বোলা ৰাম ৰাম ॥

সমাপ্ত

# পুৱাৰ গীত

১। অ, এ, প্ৰাণ চকিহে, আজু কেনে সুপুহে ৰজনী,

পদ ! প্ৰথম প্ৰহৰ কালা শুগন্ধি পুষ্পেৰ মালা,

লাশ কৰি আছো বাস্ত চাই।

পাৱৰ খৰম জুৰি আগবাঢ়ি আছো ধৰি

বৈলা কান্তু পৰনাৰী পাই॥

দ্বিতীয় প্ৰহৰ ৰাতি সয্যা মাজে আছো শুতি

মনে মনে ৰৰি আশা কৰি।

পৰক আশা যায়, নিস্ফল জীৱন তাৰ,

কেনে অভাগী নগৈলো মৰি॥

তৃতীয় প্ৰহৰ গৈলা তথাপিতো নাসিলেক

পৰ নাৰী পাই ভৈলা ৰতি।

হৰি হৰি দৈৱ বিধি কোনে ৰাখিলেক নিধি

মিছাতে বঞ্চিলো ইটো ৰাতি॥

চতুৰ্থ প্ৰহৰ গৈলা আদিত্য উদয় ভৈলা,

দুখনিশি ভৈলা সমাপন।

কৃষ্ণ কথা সাৰ কৰি কহে দেৱ শ্ৰীহৰি

ইতো দুখ পৰম গহন॥

২। অহে মুকুগা আফালি মাৰিবো তোক ।
হে মুকুগা মোচাৰি মাৰিবো তোক ॥
ৰাতি নৌ পুৱাতে তই ডাক দিলি
প্ৰভু এৰি গৈলা মোক ॥
পদ ! একে পালঙ্কিতে শুতিয়া আছিলো
বদনে চুম্বন দিয়া ।
ৰাতি নৌ পুৱাতে তই পাপি ডাকিলি
প্ৰভু গৈলা মোক এৰিয়া ॥
শ্যামল সুন্দৰ কমল নয়ন
আৰকি দেখিবো মুখ ।
কৃষ্ণ পত্নীগনে কান্দে, শোকাকুলে
কি ভৈলা জলাতে দুখ ॥
কৃষ্ণ পত্নীগণে কান্দে শোকাকুলে
মুকুগাক পাৰে গালি ।
কহে দেৱ হৰি নকৰা বিশাদ
কৃষ্ণক পাইবা গধূলি ॥

---

# ৰাধা ধেমালি গীত

লোকে বেৰো বেৰৌৰে,বেৰৌৰে গকুলেৰ লোক ২
চোৰ সোমাল ৰাধাৰ মন্দিৰে।
ইও বোলে বেৰৌ বেৰৌ সিও বোলে বেৰৌ
বেৰৌৰে গকুলেৰ লোক ২ চোৰ সোমাল ৰাধাৰ
মন্দিৰে ॥

শাহু নাই শহুৰ নাই, ননন নাই ঘৰে
মধ্য ৰাত্রি বংশিবায়ে ৰাধাৰ মন্দিৰে।
ঘট মট কৰি বুঢ়া, শিকিয়াৰ কাটিলা জৰি,
দুৱাৰ বান্ধিলা টান কৰি
কোন চোৰ সোমাইছা ঘৰে এৰিয়া নেদিবো তোৰে
বুঢ়াৰ হাতৰ যাইবি চাবি।
তুংৰ জুইত ফুঙ্ক দিলা কণ্ঠে ধোৱা নিবোধিলা
কাগে বুঢ়া খহুৰ খহুৰ কৰি।
ৰাধাৰ কতাৰি ধৰি, বেবোৱাৰ মুঠা কাণি
বাজ হৈলা দেৱ শ্রীহৰি ॥
ধৰ ধৰ কৰি বুঢ়া কানাইক মিলেক খেদি
ফিৰি আসি নন্দেৰ কানাই বুঢ়াক মাৰে লাঠি ॥

পুনুকপি হবি আসি ভিতব দুৱাবে পশি
শৃঙ্গাব কবিলা বনমালী
কহয় শ্রীহবি দেৱে ত্রিদশে ভণিলা সবে
এই গীত বাধাব ধেমালী ॥

৪। অহে শ্যাম মুকলি অম্বব দিয়া হে
শ্যাম মুকলি অম্বব দিয়া—
সাত পাঞ্চ গোপী জলত নামিলোঁ।
তীবতে অম্বব থৈ।
ছাৱাল দেখিয়া লজ্জা নকবিলো।
সি গৈলা অম্ববলৈ ॥
একণ্ঠ পানীত মজিয়া বহিলোঁ।
জাবে কাম্পে আমাব হিয়া।
কাও বাও কবো দান্তে তৃণ ধবো,
অম্বব পেলাই দিয়া ॥
এক হস্তে গোপী অঙ্গক ঢাকিয়া
এক হস্তে কবে জোব।
কদম্বব পবাই কানাই বোলয়
সিও খানি হস্ত তোল ॥
যাব যিবা বস্ত্র লোৱা চিনি চিনি
বুলিলো নিশ্চয় কবি।

এই কথা শুনি গৈলা গোপীগণ
হাতে কৃতাঞ্জলি কৰি ॥
কহে হৰিদেৱে এ প্ৰাণেৰ বান্ধৱে
শিশু গোবিন্দৰ লীলা।
গোপীৰ স্তুতিত কৃষ্ণ তুষ্ট ভৈলা
অম্বৰ পেলাই দিলা ॥

— ——

## জুনা

৫। বাপু মোহন মুৰালি বাচি এৰিলি কত
আমি সবে গোপী ভাল মতে জানো বাচি এৰিলি যত
অহৰিএ গধুলি বেলিকা ফুৰিব গৈছিলা
হাতে মোহন বাচি লৈ।
কাৱাৰ গৃহত ৰন্ধনী ৰন্ধিলা
বাচি আছিলা থৈই
এৰিলা এৰিলা এত দোষ নাই
এতিয়া আনাগৈ বাচি।
তুমিও যুবত ৰাধাও যুবতী
দেখিলে উঠিবে হাঁচি ॥

নতুন যুবতী প্রেমে মগ্ন হৈয়া
রজনী করিলা ক্ষয় ।
চান্দৰ বেচাত বাচি খুজি থই
আসিলা সুধা হাত লৈই ॥

শিখাত সিন্দুৰ দেখিছে গোপাল
আকলে তামোলৰ পিক
এই বেশে তুমি গৃহক নাযাবা
মায়ে দিব ধিক ধিক
যমুনাৰ জলে পখালি আহাগৈ
লম্পত চিহ্ন গুছাই ।
ছাৱালৰ বেশ ধৰিয়া কানাই
মাৱত লয়ণু মাগই ॥

কহে দেৱ হৰি শুনা সাৰ কৰি
ই কথা বাৰি ডাঙৰ ।
গোপীৰ গৃহত বংশী এৰি আহি
কি বুলি দিব উত্তৰ ॥

৬। লক্ক ধৰি ধৰি যশোৱা মায়ে
খেদে পাচে পাচে ।
জাপ দিদি মদন মুৰালি উঠৈ কদম গাছে ।

যশোদায় বোলে নন্দসুত তোৰ মাঠা খাম পুত
ঠেং ভাঙ্গি থম খোৰা কৰি
পৰৰ বস্তু দেখিলেও নানা হেন কৰিম তোক
মোচাৰি ভাঙ্গিম হাত ভৰি।
আই ধৰ বাই ধৰ যদুমণি মাৰে লৰ
কোনে পাৰাহ মোক ধৰিবি
ভাণ্ডা ভাঙ্গি লয়নু খায় খেদা মাৰিলে পলাই যায়
ইয়াৰ উপায় হব কি ॥
কহয় শ্ৰীহৰি দেৱে শুণা মোৰ বন্ধু সবে
কৃষ্ণৰ শিশু লীলা চৰিত্ৰ।
নৰনাৰী সবে সুখে কৃষ্ণ নাম গোৱা মুখে
তেবে সবে হৈবাহা পবিত্ৰ ॥

